# দাৰোগাৰ পৰিণয়

ৰচোঁতা
শ্ৰীশান্তিৰাম লহকৰ
অৱসৰ প্ৰাপ্ত পুলিচ চুপাৰিণ্টেণ্ডেণ্ট।

পৰিবেশক
শ্ৰীবিচিত্ৰনাৰায়ণ দত্তবৰুৱা বি, এল,
লয়াৰ্চ বুকষ্টল, গুৱাহাটী, অসম

ইং ১৯৫৮ চন
অক্টোবৰ

দাম— দেৰ টকা মাত্ৰ

প্ৰকাশক ঃ

শ্ৰীশান্তিৰাম লহকৰ
এম, চি, ৰোড
উজান বজাৰ
গুৱাহাটী

গুৱাহাটী ট্ৰিবিউন প্ৰেছত মুদ্ৰিত।

# নিবেদন

ইতিপূৰ্ব্বে মই পুলিচৰ কাহিনী, শিৱ-উপাখ্যান, পঞ্চ-পাণ্ডৱ আদি কৰি কেইবাখনো কিতাপ লিখি উলিয়াইছো। উপন্যাস লিখা অভ্যাস মোৰ নাছিল। এই "দাৰোগাৰ পৰিণয়" নামৰ উপন্যাস খনিয়েই প্ৰথম লিখি ৰাইজৰ আগলৈ আগ বঢ়ালোঁ। ইয়াত ভুল-ভ্ৰান্তি থাকিব পাৰে; পাঠক পাঠিকাই নিজ গুণে ক্ষমা কৰিব বুলি আশা কৰিলোঁ।

শ্ৰীশান্তিৰাম লহকৰ

# দাৰোগাৰ পৰিণয়

( ১ )

অৰুণ বৰুৱা আৰু তৰুণ বৰা অকল সহপাঠী বন্ধুৱেই নহয়, তেওঁলোক দুজন একেবাৰে নলে-গলে লগা বন্ধু। গুৱাহাটীৰ কলেজ ছাত্ৰাবাসত একেবাহে চাৰি বছৰ একেটা খোটালিতে থাকি পঢ়াৰ কাৰণে তেওঁলোকৰ বন্ধুত্ব একেবাৰে গাঢ় হৈ উঠিছিল। ফুৰা-চকা, খেল-ধেমালি আদি সকলো কামতে দুয়োজনৰ এৰাএৰি নাছিল। তাকে দেখি তেওঁলোকৰ বন্ধুমহলে দুয়োজনকে সুন্দ-উপসুন্দ বুলি ৰহস্য কৰিছিল। অৰুণ আৰু তৰুণ যদিও বেছি চোকা বুদ্ধিৰ ছাত্ৰ নাছিল, তথাপি নিজৰ অমায়িক আৰু সৎ স্বভাৱৰ গুণত সকলোৰে পৰা মৰম-চেনেহ পাইছিল।

সেইদিনা বি-এ পৰীক্ষাৰ শেষ দিন। পৰীক্ষাৰ শেষ-কাকত শোধাই দি পৰীক্ষাগাৰৰ পৰা ওলাই আহি দুয়ো বন্ধুৱে একোটি স্বস্তিৰ নিশ্বাস পেলালে। সেই নিশ্বাসৰ লগে লগে যেন অন্তৰত খুপ খাই থকা নানা প্ৰকাৰ চিন্তা-ভাবনাৰ ধোঁৱা বাহিৰ হৈ যোৱাত তেওঁলোকৰ মনটো অলপ পাতল পাতল যেন লাগিল। পৰীক্ষাৰ শেষত তেওঁলোক ছাত্ৰাবাসলৈ গৈ সকলো বন্ধু-বান্ধৱৰ লগত দেখা-সাক্ষাৎ কৰাৰ কথা আছিল। কিন্তু সেইদিনা তৰুণ বৰা কিবা এটি বিশেষ কামত নিজঘৰ ৰজাদুৱাৰলৈ নগলেই নহয়। সেই

দেখি তৰুণ বৰাৰ অনুৰোধ মতে দুয়োজন ওচৰত থকা সুসজ্জিত ৰেষ্টুৰাঁ এখনলৈ গৈ আবেলিৰ চাহ-জলপান উদৰ পূৰাই আহাৰ কৰিলে। অৱশ্যে চাহ-জলপানৰ খৰচ অৰুণেই বহন কৰিলে, কিয়নো তৰুণ বৰাৰ ঘৰৰ অৱস্থা সিমান সুবিধাজনক নহয়।

ৰেষ্টুৰাঁত আহাৰ কৰি উঠাৰ পাচত দুয়ো বন্ধু উজান বজাৰৰ ঘাটলৈ খোজ ললে। উজান বজাৰৰ ঘাটৰ পৰা নাৱেৰে ব্ৰহ্মপুত্ৰ পাৰ হৈ নিতৌ অসংখ্য মানুহ বজাদুৱাৰলৈ পাৰ হৈ যায়। বিশাল ব্ৰহ্মপুত্ৰত পাৰ হবলৈ যদিও শুক্ৰেশ্বৰৰ পৰা অশ্বক্লান্ত ঘাটলৈ জাহাজৰ ব্যৱস্থা আছে, কিন্তু বজাদুৱাৰলৈ গলে সেইফালে অনাহক তিনি মাইল বাট খোজ কাঢ়িব লাগে।

বাৰিষা বিশাল ব্ৰহ্মপুত্ৰৰ বুকুত সদায় প্ৰলয়-নৃত্য! উৰ্ব্বশীৰ শিলাখণ্ডত ঠেকা খাই খলকি উঠা লুইতৰ উত্তাল তৰঙ্গ, তীব্ৰ গতিৰে বাগৰি অহা পানীৰ সোঁত উমানন্দত বাধা পাই চাকনৈয়াই ভীষণ গৰ্জ্জন কৰা দেখিলে ভয়ত বুকু কঁপি যায়। তথাপি সেই বিশাল ব্ৰহ্মপুত্ৰৰ বুকুদিয়েই বজাদুৱাৰলৈ সদায় অসংখ্য মানুহ অহা-যোৱা কৰে। কাৰণ আজিৰ যুগত আগৰ সেই "সুপথ, দূৰ গমন"ৰ নীতিক কোনেও আদৰ নকৰে। সময়ৰ মূল্য ৰাখিবৰ কাৰণে আজিকালি বিপদ-বিঘিনিক কোনেও নগণে। জল-যান, স্থল-যান আৰু আকাশী-যানত নিতৌ নানা প্ৰকাৰ আকস্মিক দুৰ্ঘটনা ঘটিবই লাগিছে, তথাপি জানো তালৈ কোনোৱে কেৰেপ কৰিছে?

অৰুণ আৰু তৰুণ দুয়ো বন্ধুৰে মনৰ পৰা পৰীক্ষাৰ দুশ্চিন্তা আঁতৰাত তেওঁলোকৰ মনত ইমান উলাহ লাগিছিল যে তেওঁলোকে বাটে বাটে কথা পাতি যাওঁতে কেতিয়া গৈ উজান বজাৰৰ ঘাট পালে, কবই নোৱাৰিলে। যেতিয়া তেওঁলোক পাৰঘাট পালেগৈ তেতিয়া আবেলি তিনি বাজিছে। দুয়ো বন্ধুৱে দেখিলে যে মানুহৰে ঠাহ খোৱা পাৰঘাটৰ নাওখন, এৰোঁ এৰোঁ হৈছে। তৰুণে বেগা-



বেগিকৈ গৈ নাৱত উঠি কলে "অৰুণ, তুমি এতিয়া যোৱাগৈ, বৰষুণ আহিবলৈ বেছি পলম নাই; বাটত তিতিব পাৰা।"

বৰষুণৰ কথা শুনি অৰুণে পশ্চিমলৈ মুখ ঘূৰাই চালে। দেখিলে এছটা ক'লা মেঘে পশ্চিম আকাশ ওন্দোলাই আনিছে। ধুমুহাৰ আগ-জাননী! বিৰ বিৰ কৰি পছোৱাৰ আগ পেলালেই! অৰুণে বুজিলে প্ৰলয়-ধুমুহা আহিবলৈ আৰু বেছি পৰ নাই। তেওঁ তৰুণক কলে, "তুমি যে মোক বাটত তিতাৰ কথা কৈছা, তোমাৰ নিজৰ অৱস্থা ভাবি চাইছা নে নাই? চোৱাচোন পশ্চিম আকাশ কেনেকৈ ওন্দোলাই আনিছে! গোৱা ধুমুহা আহিলেই, তুমি কেনেকৈ পাৰ হবা? দেখি-শুনিও মানুহে জলাজুইত জাঁপ দিয়ে নে?"

বন্ধুৰ কথা শুনি তৰুণে হাঁহি মাৰি কলে "মোৰ কাৰণে কেলেই ইমান ভয় কৰিছা? জুইৰ তাপত উধান কলৈ পলাব? আমি লুইতৰ পাৰতে ওপজা, লুইতৰ পাৰতে ডাঙৰ-দীঘল হোৱা; গতিকে আমাৰ লুইতৰ পানীলৈ বেছি ভয় নাই। এতিয়াই খেৱা দিলে ধুমুহা অহাৰ আগে আগে আমাৰ নাও সিপাৰ পাবগৈ।"

তৰুণে কথা আযাৰ কৰলৈহে পালে, বতাহ হো-হো কৰে বেগেৰে বলৈ ধৰিলেই। চাওঁতে চাওঁতে ভৰা লুইতৰ বুকুত ঢৌৱে থৌকিবাথৌ লগাবলৈ ধৰিলে। প্ৰচণ্ড ঢৌৰ থেকেছনিত নাওখনে টলং-ভটং কৰিবলৈ ধৰিলে। ভয়ত যাত্ৰীসকলৰ বেছিভাগেই বামলৈ উঠিল। কথা বিষম দেখি অৰুণ বৰুৱাই আকৌ কলে, "আহা তৰুণ, জৰুৰী কাম আছে যদি ধুমুহা আঁতৰিলে পাচতো ঘৰলৈ যাব পাৰিবা। তুমিয়েই কৈছিলা দেখোন ৰাতি আঠ বজালৈকে মানুহ গুৱাহাটীৰ পৰা বজাদুৱাৰলৈ পাৰ হয়।" তৰুণে আৰু দ্বিৰুক্তি নকৰি নাৱৰ পৰা উঠিল। দুয়ো বন্ধুৱে আকৌ ছাত্ৰাবাসৰ ফালে বেগ দিলে। লগে লগে বতাহৰ বেগ চৰিল। দুয়োজনে প্ৰথমে বৰ বেগ দিলে। তাতো গা ৰক্ষা নপৰিব বুলি দৌৰ মাৰিলে।

দৌৰ দিলে হয়, বৰষুণ দুই এটোপাল কৰি পৰিবলৈ ধৰিলেই! লৰি গৈ কোনোমতে 'জজ ফিল্ড'ৰ মাজমান পাইছেহে—বৰষুণৰ টোপালবোৰ বৰ ডাঙৰ হল আৰু গিৰ গিৰ কৰে পৰিবলৈ ধৰিলে। দুয়োজনৰে হাতত ছাতি আছিল; তাকে মেলি লৈ বেগেৰে খোজ দিলে। সেই সময়তে হাতত কিতাপ-পত্ৰ লৈ গাভৰু এজনীয়েও তেওঁলোকৰ বিপৰীত ফালৰ পৰা সেইফাললৈ আহিছে। গাভৰু-জনীয়ে ভাবিছিল হবলা বৰষুণ পৰাৰ আগেয়ে তেওঁ গন্তব্যস্থান পাবগৈ। সেই দেখিয়েই হবলা ফিল্ডৰ মাজেদিয়েই পোনাই বেগ দিছিল। কিন্তু বতাহ এনে বেগেৰে বইছিল যে গাৰ কাপোৰ-কানি উৰুৱাই নিয়াৰ কথা নকওঁৱেই, আন কি গাভৰুজনীকে বগৰাই দিব খোজে। বৰষুণ পৰি মেখেলাৰ তলছোৱা ভৰিত কামোৰ খাই ধৰাত গাভৰুজনীয়ে খোজকঢ়া টান হৈ পৰিল। অগত্যা উপায় নেপাই ওচৰৰে বৰ আঁহতজোপাৰ তলত আশ্ৰয় ললেগৈ।

দুয়ো বন্ধুৱে আঁতৰৰ পৰাই গাভৰু গৰাকীৰ বিপদৰ আশঙ্কা কৰিছিল। অৰুণৰ ভয় বেছি। প্ৰথমে সিয়েই চিঞৰি কলে—"এ-এ, গছৰ তললৈ নাযাবা। কেনেবাকৈ গছৰ ডাল ভাঙি পৰিব পাৰে। তেতিয়া হলে সৰ্ব্বনাশ হব।"

কথা শুনি গাভৰুৰ বুকু কঁপি উঠিল। অসহায় ভাৱেৰে এবাৰ চাৰিওফালে চলে। মনত ভাব হল, ভয়ঙ্কৰ দুৰ্য্যোগে যেন তাইক এতিয়াই গ্ৰাস কৰিব। অৰুণৰ সাৱধান-বাণী শুনি গাভৰু আৰু খন্তেকো গছৰ তলত নৰল; তললৈ মুখ কৰি আকৌ খোজ দিলে। গাভৰু গৰাকীয়ে বৰষুণত তিতি-বুৰি জুৰুলি-জুপুৰি হোৱা দেখি অৰুণে লৰালৰিকৈ আগবাঢ়ি গৈ হাতৰ ছাতিটো দি কলে "মোৰ এই ছাতিটোকে লৈ যাওক, ধুমুহাত গছৰ তলত থকাটো বৰ বিপদ-জনক কথা!!"

বিপদৰ সময়ত চিনা-নিচিনা, শত্ৰু-মিত্ৰ একো প্ৰশ্ন নুঠে।



বিপদ কালত বাঘে-ছাগেও একেলগে থাকে বুলি কয়। গাভৰু গৰাকীয়ে হাত মেলি ছাতিটো লৈ কতজ্ঞ ভাবেৰে অৰুণৰ মুখৰ ফালে চাই থাকিল। অৰুণে তৰুণৰ ছাতিৰ তলত সূৰ সুমুৱাই ছোৱালীজনীক উদ্দেশ্য কৰি কলে—"কিয় পলম কৰিছে, বেগা-বেগিকৈ ঘৰলৈ যাওকগৈ।"

গাভৰুৰ মুখৰ পৰা কোনোমতে এষাৰি মাত বাহিৰ হল "আপোনাৰ এই ছাতিটো?"

"ছাতিটো কাইলৈ ঘূৰাই দিলেই হব। মই চতুৰ্থ ব্লকৰ চৈধ্য নম্বৰ কমত থাকো। কাৰোবাৰ হাতত পঠাই দিলেই পাম।" অৰুণে কলে।

গাভৰুৱে কৃতজ্ঞ চিত্তেৰে কলে "ভাল বাৰু, কাইলৈ কলেজলৈ যাওঁতে মই নিজেই লৈ যাম। চৈধ্য নম্বৰ ফ'ৰ্থ ব্লক। বাৰু মোৰ মনত থাকিল।"

লাহে লাহে গাভৰু গৰাকী গলগৈ। বৰষুণত কাপোৰ-কানিবোৰ তিতাৰ বাবে বেগাই খোজ দিব নোৱাৰে; তাতে আকৌ বৰষুণৰ পানী পৰি মেখেলাৰ তলছোৱাই ভৰিত লিপিট খাই ধৰিছে। গাভৰু গৰাকীৰ আৰু কিবা বিপদ হব পাৰে বুলি দুই বন্ধুৱেও খোজ কিছু ঢিলাই দি লাহে লাহে গৈছিল আৰু ছোৱালীজনীলৈকো ঘূৰি ঘূৰি চাই গৈছিল।

কিছু সময় যোৱাৰ পাচত এবাৰ ঘূৰি চাই দেখিলে যে ছোৱালীজনী বহুদূৰ পাইছেগৈ। তাৰ পিচত তৰুণে কলে "বেছেৰী ছোৱালীজনীৰ বৰ উপকাৰ কৰিলা অৰুণ! তাইক যে ছাতিটো দিব লাগে মোৰ মনত খেলোৱাই নাছিল।"

"উপকাৰ আকৌ কিহৰ? ই মানুহৰ কৰ্ত্তব্য। কৰ্ত্তব্য পালনত নিজৰ হে তৃপ্তি?" অৰুণে গম্ভীৰ ভাৱে কলে। অৰুণৰ কথা শুনি

তৰুণে আৰু উত্তৰ নিদিলে ; কাৰণ অৰুণ বৰুৱা কি ধাতুৰে গঢ়া তৰুণে ভালকৈ জানে। তেওঁলোক দুয়োজনে বৰঘুণৰ মাজেদিয়েই গৈ কোনোমতে ছাত্ৰাবাস পালেগৈ।

বৰঘুণত তিতা কাপোৰবোৰ সলাই দুয়োজন বহিল। দুয়োজনৰ ভিতৰত ঘৰুৱা কথাৰ আলোচনা চলিল। ঘৰলৈ যোৱাৰ আগতে তৰুণ বৰাৰ ঘৰত সাত দিন থাকি যাবলৈ অৰুণ বৰুৱাক অনুৰোধ কৰিলে। সেই কথাত অৰুণ সন্মত হল। পৰীক্ষা দি উঠিছে, ইয়াৰ পিচত বা কেতিয়া দেখাদেখি হয় তাৰ কি ঠিক আছে? হয়তো নিজ নিজ কৰ্ম্মক্ষেত্ৰত সোমাই পৰিলে বহু বছৰলৈ দেখা-দেখি নহবও পাৰে। সেই কাৰণে অৰুণেও তৰুণক অনুৰোধ কৰিলে যে সাত দিন থকাৰ পাচত তৰুণো তেওঁৰ লগত ডিব্ৰুগড়লৈ যাব লাগিব। অৰুণে ইয়াকো খাটাংভাৱে জনালে যে অৰুণ বৰুৱাৰ নিজ-ঘৰ ডিব্ৰুগড়লৈ যাওঁতে যি খৰচ পৰিব সেই সকলো বিলাক অৰুণেই বহন কৰিব।

অৰুণৰ কথা শুনি তৰুণে কলে "শুনিছা অৰুণ, ডিব্ৰুগড় চোৱাৰ হেঁপাহ মোৰো বহুদিনৰ পৰাই আছে। তাতে আকৌ তোমাৰ অনুৰোধ। অৱশ্যে মই নিশ্চয় যাম ; কিন্তু তাত হলে এসপ্তাহৰ বেছি দিন থাকিব নোৱাৰিম দেই!"

"কিয় ?" অৰুণে সুধিলে।

তৰুণে কলে "ইয়াৰ উত্তৰ কি দিম ভাই! জানাই নহয় মোৰ ঘৰুৱা অৱস্থাৰ কথা। তোমাৰ দেউতাৰা হাকিম যেতিয়া অৱশ্যে তোমাৰ মোৰ দৰে ঘৰুৱা চিন্তা নাই। খুজি-মাগি, ধাৰ-ঋণ কৰি এই চাৰি বছৰ মনৰ বলত কিমান কষ্টেৰে পঢ়িলোঁ তাক তুমি জানাই। সম্প্ৰতি পৰীক্ষা দি উঠিলো যেতিয়া, এতিয়া কিবা এটা চাকৰি-বাকৰি বিচাৰিব লাগিব। নহলে চলিম কেনেকৈ ? জানাই নহয়, ভনী দুজনীক বিয়া দিব লাগিব আৰু ভাইটোকো মানুহ কৰিব লাগিব।"



অৰুণে কলে "সেইটো তো সঁচাই ; কিন্তু পৰীক্ষা দি উঠিয়েই নো ক'ত ভাল চাকৰি এটা পাবা ?' কোনে তোমালৈ চাকৰি এটা থৈ ৰৈ আছে ? আগেয়ে পৰীক্ষাৰ খবৰ ওলাবলৈ দিয়া, পাচতো বাকু যি হয় হব। খবৰ নোলোৱালৈকে আমি মুক্ত।"

তৰুণে কলে "অৱশ্যে ভাল চাকৰিৰ কাৰণে এতিয়া চেষ্টা কৰা মিছা, কিন্তু তোমাৰ আগত হে কওঁ ভাই, সোণাৰাম হাইস্কুলত শিক্ষকৰ কাম এটা ইতিমধ্যে পাম বুলি মই আশা কৰিছোঁ।"

তৰুণৰ কথা শুনি অৰুণে মনত অলপ ব্যথা অনুভৱ কৰিলে। দুখ পাতলাবৰ অভিপ্ৰায়েৰে অৰুণে হাঁহি মাৰি কলে "শিক্ষকৰ কাম পালাই জানিবা, কেইটানো দৰমহা পাবা ? বিশেষকৈ শিক্ষকতা কৰিলে ডেকাকালতে বুঢ়া হোৱাৰ বাসনা। সেয়েহে কৈছোঁ, পৰীক্ষাৰ খবৰ ওলোৱালৈ বাট চোৱা বুলি।"

"নহয় অৰুণ! বি-এ পাছ্ কৰা খবৰ পালোঁৱেই জানিবা, তেতিয়ানো ক'ত হাকিমৰ কামটো পাম ? তোমাৰ দেউতাৰা হাকিম, বেঙ্কত যথেষ্ট টকা জমা আছে। তোমাক এম-এ পাছ্ কৰাব, তাৰ পাচত হাকিম বা তেনে কোনো এটা ডাঙৰ কাম দিয়াব। মোৰ হকে কওঁতা জানো কোনোবা ওলাব ? সেইকে যতে সুবিধা পাওঁ, ততে মূৰটো সুমুৱাই লৈ আগলৈ চেষ্টা কৰি থাকিম। আজি-কালি গুৰিত ক্ষমতাশালী লোক নেথাকিলে তো ডাঙৰ কাম পোৱাৰ কোনো আশা নাই!"

তৰুণৰ কথাত আক্ষেপৰ সুৰ। অৰুণে কি উত্তৰ দিব একো বিচাৰি নেপালে। বন্ধু বুলি মোটামুটি ভাৱে ইয়াকে উত্তৰ দিলে "তুমি আজি অতদিনেও অৰুণক নিচিনিলা। মই হাকিমৰ কামটো বৰ ডাঙৰ বুলি বিবেচনা কৰা নাই। হাকিমৰ লৰা হল বুলিয়েই যে হাকিম হব লাগিব, আন হব নোৱাৰিব সেইটো কোনো কথাৰ কথা নহয়। হাকিমৰ কামটো বৰ ডাঙৰ বুলি ভাবি তোমাকো

সেই কামলৈ ইঙ্গিত কৰা নাই। নাথোন কৈছোঁ, শিক্ষকতা কামত যথেষ্ট পৰিশ্ৰম আছে, কিন্তু সেই অনুপাতে উন্নত জীৱন ধাৰণৰ কোনো উপায় নাই। মই আকৌ কি কামলৈ আশাপালি আছোঁ জানা?"

"তোমাৰ কথা আকৌ মই জানিম কেনেকৈ?" তৰুণে উত্তৰ দিলে। তৰুণৰ উত্তৰ শুনি অৰুণে হাঁহি হাঁহি কলে "সেয়েহে কৈছোঁ তুমি মোক অতদিনে নিচিনিলা বুলি। সঁচাই কৈছোঁ তৰুণ! মই হলে সকলোতকৈ ভাল পাওঁ পুলিচৰ কাম। পুলিচৰ কামত জীৱনৰ প্ৰতিভা যেনেকৈ ফুটি উঠে, আন কামত তেনে সুবিধা নাই। বিশেষ কথা নকওঁৱেই পুলিচৰ কামত যেনেকৈ সমাজ-সেৱা বা মানৱ-কল্যাণ সাধিব পাৰি আন কামত তেনেকৈ নোৱাৰি। হাকিমৰ কামলৈ সকলোৰে হেঁপাহ, কিন্তু তালৈ হলে মোৰ সমুলি স্পৃহা নাই। হাকিমী জীৱনক কৰ্ম্মী-জীৱন বুলিব নোৱাৰি, কিয়নো হাকিমে মাত্ৰ আনৰ কৰ্ম্মৰ হে ভাল-বেয়া বিচাৰ কৰে। কিয় তুমি গীতাত পোৱা নাই জানো—বিচাৰক অৰ্থাৎ জ্ঞানীজনতকৈ কৰ্ম্মী ডাঙৰ। সেই কাৰণে মই জীৱনত পুলিচৰ কৰ্ম্মকে আদৰ্শ মানি লৈছোঁ। তদুপৰি পুলিচৰ কামত দেশ ভ্ৰমণ, খেল-ধেমালি আদি নানা কৌতুহলপূৰ্ণ কামত আবদ্ধ থাকিব লাগে।" অৰুণৰ কথা শুনি তৰুণ খন্তেকলৈ নিস্তব্ধ হল। তৰুণে ভাবিলে—অৰুণ ইমান আদৰ্শবাদী!

অৰুণে তৰুণৰ ভাবলৈ লক্ষ্য কৰি কলে "সেইবোৰ ভাবিবলৈ এতিয়াও বহুত সময় পোৱা যাব। আজি পৰীক্ষা দি উঠিলোহে। এয়া চোৱাঁ, ছাবে চাৰি বাজিল, বৰঘুণো এৰিছে। গতিকে দোকানতে চাহ এপিয়লা খাই চিনেমালৈকে যাওঁ বলা। আজি খাই-বৈ ইয়াতে শুই থাকিবা। কালিলৈ বাতিপুৱা দুয়োজন একেলগে পাব হৈ তোমাৰ ঘৰলৈ যাম।"

অৰুণৰ কথাত তৰুণ সন্মত হল। দুয়োজন ওলাই গৈ বাজবাট



পালে। এনেতে আহি ডাক-পিয়নে অৰুণৰ হাতত চিঠি এখন দিলে। চিঠিখন হাতত লৈ মোৰ চিঠি বুলি কৈ ততালিকে খুলি চাই একে উশাহতে পঢ়ি গম্ভীৰ হল। তৰুণে অৰুণ গম্ভীৰ হোৱা দেখি ব্যগ্ৰ হৈ সুধিলে "কিবা বেয়া খবৰ পালা নেকি অৰুণ?"

অৰুণে কলে "ৰাতৰি অৱশ্যে শুভ নহয়, কিন্তু কোনো অমঙ্গলৰ কথা নাই। আয়ে লিখিছে যোলে দেউতাৰ পেটৰ কিবা বেমাৰত পৰহি ডিব্ৰুগড় চিকিৎসালয়ত অস্ত্ৰোপচাৰ কৰিছে। মোৰ পৰীক্ষা থকাৰ কাৰণে টেলিগ্ৰাম নকৰি চিঠি দিলে, যাতে আজি পৰীক্ষা শেষ হোৱাৰ পাচতে পাওঁ। চিঠি পালেই প্ৰথম ৰেলতে ৰাওণা হবলৈ দেউতাই হেনো নবিয়া অৱস্থাৰেই যাৰে যাৰে কৈছে!"

"তেনেহলে তুমি যাবই লাগিল; ৰেলগাড়ীত উঠিবলৈ তো আৰু বেছি সময় নাই" তৰুণে কলে।

"ছয় বজাত ৰেল এৰিব। এতিয়াও ডেৰ ঘণ্টা সময় আছে। দোকানত লৰালৰিকৈ চাহটোপা খাই আহোগৈ বলা। তাৰ পাচত মই কাপোৰ-কানিখিনি সামৰি-সুতৰি লৈ ষ্টেশ্যনলৈ যাম আৰু তুমি পাৰ হৈ ঘৰলৈ যাবাগৈ।"

দুয়োজন ওলাই গল। চাহ খাই উভতি আহি দুয়ো ধৰা-ধৰিকৈ অৰুণৰ বয়-বস্তুবোৰ বান্ধি-কুন্ধি ললে। তৰুণে দুখন ৰিক্সা মাতি আনিলত মাল-বস্তুবোৰ তুলি দি অৰুণ উঠি বহিল। কিবা ভাবি তৰুণেও জাঁপ্ৰ মাৰি উঠি অৰুণৰ কাষতে বহিল। অৰুণে কলে "তুমি আকৌ উঠিলা কিয়? পাৰ হবলৈ পলম হব নহয়! সোনকালে যোৱাগৈ।"

তৰুণে কলে "পলম নহয় বলা। তোমাক ৰেলত তুলি দি ঘাটলৈ গলেও অনায়াসে নাও পাম। ৰাতি ন বজালৈকে নাও অহা-যোৱা কৰি থাকে।"

তাৰ পিচত দুয়ো নিমাত হল। দুয়ো অলপ বিচ্ছেদ যাতনা

অনুভৱ কৰি ব্যথিত হৈ উঠিছিল। কিছুপৰৰ পাচত দুয়ো ষ্টেশ্যনত নামিল। তৰুণে টিকট কিনি আনি অৰুণক ৰেলত তুলি দিলে। ৰেল নেৰালৈকে দুয়ো একে বেঞ্চিতে বহি থাকিল। তেওঁলোকে কিবাকিবি ভাবি থাকোতে ৰেলে কেতিয়া উকি মাৰিলে কবই নোৱাৰে। যেতিয়া ৰেলে আগলৈ গতি কৰাত গাত জোকাৰ লাগিল তেতিয়া তৰুণে লৰালৰিকৈ ৰেলৰ পৰা নামি অৰুণক বিদায় সম্ভাষণ জনালে "অৰুণ যোৱাগৈ, ঘৰ পায়েই চিঠি দিবা।" ৰেল আগুৱাই গল।

২

ডিব্ৰুগড়।

অৰুণৰ দেউতাক ভাল হৈ ঘৰলৈ আহিবলৈ প্ৰায় তিনি সপ্তাহ-মানেই লাগিল। ইমান দিনে অৰুণে ভায়েক-ভনীয়েক আৰু মাক আদিৰে সৈতে হস্পিটেলত দেউতাকৰ কাষতে কটালে। অসুখ সম্পূৰ্ণ সকাহ নোপোৱাৰ কাৰণে দেউতাকে অৰুণক পঢ়া-শুনাৰ বিষয়ে একো সুধিব পৰা নাছিল। যেতিয়া আৰোগ্য হৈ ঘৰলৈ আহিল, তেতিয়া অৰুণৰ পঢ়া-শুনাৰ বিষয়ে নানা উপদেশ দিবলৈ ধৰিলে। দেউতাকে কলে "তই তো অনায়াসে বি-এ পাছ কৰিবি বুলি জানিছো। তাৰ পিচত বহি থকাৰ সকাম নাই—এম-এ পঢ়িব লাগিব।"

অৰুণে আৰু দেউতাকক কি উত্তৰ দিব? উত্তৰ নিদি মনে মনে থাকিল। তাৰ পাচত এদিন অৰুণে মাকক কলে—"দেউতাই যদিও এম-এ পঢ়িবলৈ কৈছে মোৰ হলে পঢ়িবলৈ মন নাই। আপুনি দেউতাক কথাটো ভালকৈ বুজাই কব।"

অৰুণৰ কথা শুনি মাক আচৰিত হল। কলে "দেউতাৰে



কৈছে যদি পঢ়িবি। আকৌ নপঢ়ি কি কৰিবি? খাবলৈ নোপোৱা ভিকহু লৰাবিলাকেও দেখিছো আজিকালি পঢ়া-শুনাত দিন-ৰাতিৰ চিন নাইকিয়া কৰে। তই নপঢ়িলে জানো দেউতাৰক মানুহে ভাল বুলিব?"

মাকৰ কথা শুনি অৰুণে কলে--"নহয় আই, দেউতাক মানুহে বেয়া বুলিব কেলেই? বি-এ পাছ কৰি এটা ভাল কাম কৰিলে কোনে বেয়া বুলিব? অকল এম-এ পঢ়াই নহয়, জীৱনৰ শেষলৈকে পঢ়িলেও মানুহৰ পঢ়া শেষ নহয়। অনৰ্থক পঢ়ি থাকি জীৱনটো খেদোৱাতকৈ কোনো এটা ভাল কামত সমাজৰ সেৱা কৰিব পাৰিলেহে ভাল। সেয়েহে মই বি-এ পাছ কৰাৰ পাচত এটা ভাল কামত সোমাব খুজিছো।"

"দেউতাৰে কোৱা শুনিছো বোলে আজিকালি এম-এ পাছ নকৰিলে হাকিম কাম নেপায়। দেউতাৰ হাকিম যেতিয়া তই হাকিম নহলে জানো আমাৰ মান ৰব?"

"নহয় আই, আপুনি বুজি পোৱা নাই। এম-এ পাছ নকৰিলেও হাকিম হব পাৰি। কিন্তু আজিকালি ইংৰাজী শিক্ষাই এফালে শিক্ষিত কৰিছে যদিও আনফালে আকৌ মূৰ্খ কৰি তুলিছে। আই ভাবি চাওকচোন, আগেয়ে আমাৰ দেউতাই এণ্ট্ৰেঞ্চ পাছ কৰিয়েই হাকিম হৈ সুখ্যাতি লাভ কৰিলে, কিন্তু এতিয়া হাকিম হবলৈ হলে বি-এ পাছ কৰিলেও নহয়, এম-এ পাছ কৰিব লাগিব। সেই দেখি আই মোৰ হাকিমৰ কামৰ নিমিত্তে বিশেষ হেঁপাহ নাই। আকৌ হাকিমৰ কামটো একপ্ৰকাৰ বন্দী-জীৱনেই বুলিব পাৰি। দেউতাকে দেখিছোঁ নহয়, তেখেতে ৰাতিপুৱা ৯ বজাতে আধাসিজা ভাত কেইটামান খাই কাছাৰীলৈ গৈ দিনৰ দিনটো মোকৰ্দ্দমা বিচাৰ কৰি একেৰাহে চকীখনত বহি থাকিব। মই তেনে কাম কৰিব নোৱাৰোঁ। ৰাতিও আকৌ বিচাৰৰ হুকুম আদি লিখা কামতে

ব্যস্ত থাকিব লাগে। জনসাধাৰণৰ লগত অৰ্থাৎ ৰাইজৰ লগত চাল-চলন কৰিবলৈয়ো সুবিধা নাই। খেল-ধেমালি কৰিবলৈ তো সময় নায়েই, ৰাজহুৱা সভা-সমিতি বিলাকলৈকো যাব নোৱাৰি; কেতিয়াবা গলেও মুখত তালা-চাবি লগাই যাব লাগিব। যি কামত নিজৰ স্বাধীনতা একেবাৰে বিক্ৰী কৰি দিব লাগে, যি চাকৰি কৰিলে ৰাজনৈতিক নেতাৰ বক্তৃতা শুনাও নিষেধ, আই, মই তেনেকুৱা চাকৰি কৰিব নোৱাৰিম। যি কাম কৰিলে মই দেশ-বিদেশ ঘূৰিব পাৰিম, সকলো মানুহৰ লগত কথা-বতৰা পাতিব পাৰিম, ঘোঁৰা, চাইকেল, হাৱাগাড়ীত উঠি ফুৰিব পাৰিম, মই তেনেকুৱা চাকৰিহে কৰিব খোজো আই! যি চাকৰিত কামৰ নিৰ্দ্ধাৰিত সময় নাই—সেই চাকৰিহে মই ভাল পাওঁ। দেউতাৰ নিচিনা পেটৰ ভাত জীণ নোযোৱা চাকৰি কৰিবলৈ মোৰ সমূলি ইচ্ছা নাই। আপুনি দেখোন দেখিছেই, দেউতাই পঞ্চাশ বছৰত ভৰি দিয়াৰ পৰাই নানা প্ৰকাৰ বেমাৰত ভুগি আছে। আজি বোলে পেটৰ বিষ, কালি বোলে মূৰৰ বিষ, এইদৰে তেখেতৰ বাৰ মাহত তেৰটা বেমাৰ আছেই! আমাৰ খুড়াদেউ আকৌ দেউতাতকৈ দুবছৰৰ হে সৰু, তেখেতে পুলিচ ইন্সপেক্টৰৰ কামত আছিল বুলিয়েই চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰিও ডেকা লৰাৰ নিচিনা হৈয়ে আছে। সেই দেখি কৈছোঁ আই মোৰ হাকিম হবলৈকো ইচ্ছা নাই, এম-এ পঢ়িবলৈকো ইচ্ছা নাই। আপুনি কথাটো দেউতাক বুজাই কব।"

অৰুণৰ ভায়েক আৰু ভনীয়েকহঁত চাহ-জলপান খাই কেতিয়াবাই উঠি গল। মাকে অৰুণৰ বক্তৃতা একান্ত মনে শুনি আছিল হয়, কিন্তু অৰুণে নো কি চাকৰি কৰিব খোজে তাৰ একো তৎ ধৰিব নোৱাৰিলে। অৰুণৰ সকলো কথা মাকৰ মনত নেলাগিলেও এটা কথাত হলে মাকৰ বেছি মনত লাগিল। মাকে কলে "তই যে কৈছ হাকিম হবলৈ হলে এম-এ নপঢ়িলেও হয়, ইংৰাজী শিক্ষাই মানুহক এফালে মূৰ্খ কৰিহে তুলিছে, সঁচা কথা। আনে কবই নেলাগে,



মই নিজেই জানো। দেউতাৰ যদিও নামজলা হাকিম আছিল, কিন্তু এতিয়া পেঞ্চন লৈ ঘৰত বহি থকা স্বত্বেও গাঁৱৰ মেল-দৰবাৰ আদিলৈ দেউতাৰক কেৰে নিবিচাৰে। যিমান ডাঙৰ মেলেই হওক আমাৰ আৰণু গাঁওবুঢ়াক মাতি নিহে সকলো কথাৰ নিষ্পত্তি কৰে। ইফালে আকৌ আৰণু গাঁওবুঢ়াই ইংৰাজীৰ 'ই'টোকে নেজানে। ইংৰাজী নেজানিলে বুলিয়েই যে মানুহে হাকিমৰ দৰে বিচাৰ কৰিব নোৱৰা নহয়, সেইটো বুজিছোঁ বাৰু, পিচে তইনো কি চাকৰি কৰিব খোজ?"

মাকৰ কথা শুনি অৰুণে কলে "মই দাৰোগা হম আই!"

অৰুণে দাৰোগা কামলৈ ইচ্ছা কৰা দেখি মাক খঙত টিঙিৰি-তুলা হৈ উঠিল। খঙেৰে কলে "গৈ থৈ তই দাৰোগাৰ কামহে বিচাৰি পালিগৈ? হেৰ হাকিমৰ ল'ৰা হৈ দাৰোগাৰ কাম কৰিবলৈ লাজ নেলাগিব নে? দাৰোগাৰ দৰমহাৰে ল'ৰা-তিৰোতাক তই কেনেকৈ পুহিবি। এনে কৰিলে তোক কোন ভাল মানুহে ছোৱালী দিব?"

মাকৰ খং উঠা দেখি অৰুণে হাঁহি হাঁহি কলে "নিজৰ চেষ্টাই সকলো উন্নতিৰ মূল আই! দাৰোগা কামত সোমাই প্ৰথমে বেছি দৰমহা নেপাব পাৰোঁ, কিন্তু ভাল কাম দেখুৱাই যেতিয়া পুলিচ ইন্সপেক্টৰ, ডি-এচ-পি আদি হমগৈ তেতিয়া তো কম দৰ্ম্মহা হৈ নেথাকে! প্ৰথমে দেউতা হাকিম হৈ আপোনাক বিয়া কৰাওঁতে তো বেছি দৰ্ম্মহা নেপাইছিল; বছৰে বছৰে দৰ্ম্মহা বৃদ্ধি হৈহে পাচত বেছি হৈছিল গৈ।"

"দেউতাৰে প্ৰথমতে কম দৰ্ম্মহা পাইছিল যদিও হাকিম হোৱাৰ কাৰণে সকলোৱে আগৰে পৰাই মান কৰিছিল। তই বহুদিন কাম কৰাৰ পাচত হে ইন্সপেক্টৰ বা ডি-এচ-পি হৈ বেছি দৰ্ম্মহা পাবি? তেতিয়ালৈ দেখোন বয়স ভাটীয়েই দিব! বিয়া কৰিবি

কেতিয়া ? প্ৰথমতে দাৰোগা এটালৈ কোন ভাল মানুহে ছোৱালী দিব !"

মাকৰ কথা শুনি অৰুণে কলে "বিয়া কৰোৱাৰ কথা মই ভবাই নাই আই ! বিয়া কৰালেও মই আপুনি কোৱা ভাল মানুহৰ ছোৱালী বিয়া নকৰাম । কৰিম মধ্যবিত্ত শ্ৰেণী লোকৰহে ছোৱালী বিয়া । ডাঙৰ মানুহৰ ছোৱালী বিয়া কৰালে যেছি দৰ্মহা পালেও পোহ-পাল দিয়া কঠিন । ফুৰিবলৈ মটৰগাড়ী, ল'ৰা-ছোৱালী চম্ভালিবলৈ এজনী ধাই, পঢ়ুৱাবলৈ এজন ভাল গৃহ-শিক্ষক, ভাত ৰান্ধিবলৈ এজনী ৰান্ধনী, বাহিৰা কাম-কাজ কৰিবলৈ এটা চাকৰ আৰু বিছনা-পত্ৰ আৰু কাপোৰ-কানি ধুবলৈ পাৰিলে এজনী চাকৰণীও লাগিব । গান-বাজনা শিকিবলৈ এজন গান-মাষ্টৰো লাগিব পাৰে । গতিকে ডাঙৰ মানুহৰ ছোৱালীলৈ কোনে আশা কৰে আই !"

অৰুণৰ কথা শুনি মাক গম্ভীৰ হৈ উঠিল । অলপ টলকা মাৰি থাকি কলে "দাৰোগা হব খুজিছ হয়, কিন্তু দাৰোগা হলে দেখোন তোক কোনেও মানুহ বুলিয়ে গণ্য নকৰিব ।"

অৰুণে কলে "আপোনাৰ কথা শুনি বৰ দুখ পালোঁ আই ! আভিজাত্য শ্ৰেণীৰ মানত দাৰোগাবোৰ মানুহ বুলি পৰিগণিত নহব পাৰে, কিন্তু সমাজত তেওঁলোকৰো বিশেষ দায়িত্ব আছে, স্থান আছে । হাকিমৰ ক্ষমতা আছে সঁচা, কিন্তু দোষীজনেহে তেওঁক ভয় আৰু সন্মান কৰে, দাৰোগাক হলে সকলোৱে ভয় আৰু সন্মান কৰে । ক্ষমতাৰ ফালৰ পৰাও দাৰোগাৰ ক্ষমতা হাকিমতকৈ কোনো গুণেই কম নহয় । দাৰোগাই দোষীজনক সাক্ষী প্ৰমাণ লৈ ধৰি-বান্ধি আনি দিলেহে হাকিমে বিচাৰ কৰি শাস্তি বিধান কৰিব পাৰে ।"

অৰুণৰ কথা কাটি তাক বুজাবলৈ মাকৰ আৰু সাধ্য নহল । মাকে মনতে ভাবিলে এইবিলাক কথা দেউতাকে শুনিলে কি হব



বাৰু ! মাক আৰু অৰুণৰ ওচৰত নেথাকিল—সেই বহি থকা কোঠাটোৰ পৰা উঠি হাকিম থকা কোঠাটোৰ ফালে গল । কোঠাটোত সোমাই মিছাকৈয়ে ইটো-সিটো বস্তু লিৰিকি-বিদাৰি চাই থকা দেখি হাকিমে সুধিলে "তোমাৰ দেখোন কপালৰ সিৰবিলাক থুপ খাইছে ! কেনেই, অৰুণে কিবা কলে নে কি ?"

"অৰুণেনো কি কব ! সি বোলে হাকিম-চাকিম একো নহয়, দাৰোগাৰ চাকৰিহে কৰিব ।"

মাকৰ মুখৰ পৰা এই কথাষাৰ শুনি হাকিম অগ্নি-শৰ্ম্মা হৈ উঠিল । শক্তি থাকিলে কিজানি হাতত লাঠী লৈ গৈ অৰুণক এটা ভালকৈয়ে শিক্ষা দিলেহেঁতেন । পিচে সেই শক্তি হাকিমৰ নাই—উঠি-লৰি ফুৰিবই নোৱাৰে । তথাপি ডাঙৰকৈ মাতিলে "অৰুণ, অৰুণ !"

অৰুণ কিন্তু ভয়তে ওচৰ নেচাপিল । অগত্যা হাকিমে শোৱা বিছনাৰ পৰাই ডাঙৰ ডাঙৰ মাতেৰে সাৱধান কৰি দিলে যে অৰুণে যেন তেওঁৰ নাম তললৈ নিনিয়ে ।

এনেতে এটা পিয়নে অৰুণৰ নাম সুধি আহি টেলিগ্ৰাম এখন দিলে । টেলিগ্ৰামখন গুৱাহাটীৰ পৰা তৰুণে কৰিছিল । টেলিগ্ৰামত অৰুণে বি-এ পাছ কৰা বুলি জনাইছে । খবৰটো শুনি আটাই-বোৰৰে যেন আনন্দ কুলাই-পাচিয়ে নধৰা হল । খঙত গুমৰি উঠা দেউতাকৰ মুখতো আনন্দ বিৰিঙি উঠিল ।

৩

এদিন দুদিনকৈ পোন্ধৰ দিন অতিবাহিত হল । অৰুণৰ মনৰ ভাব অকণো পৰিবৰ্ত্তন নহল । অৰুণে সকৰে পৰা দেউতাকৰ আগত কোনো মিছা কথা কোৱা তাৰ মনত নপৰে আৰু কোনো

কথাত কেতিয়াবা সি দেউতাকৰ অবাধ্য হোৱাৰ কথাও কব নোৱাৰে। কিন্তু এতিয়া তাৰ মন পুলিচ কামৰ আদৰ্শই অধিকাৰ কৰি পেলোৱাত সি মিছা কথা কবলৈ আৰু দেউতাকৰ ইচ্ছাৰ বিৰুদ্ধে যাবলৈ প্ৰস্তুত হল।

সেইটো আছিল ছেপ্টেম্বৰ মাহ। অসম চৰকাৰৰ পৰা এখন বিজ্ঞপ্তি প্ৰকাশ হৈছিল যে আই-এ মহলালৈকে পঢ়াসকলৰ বাবে কেইটামান দাৰোগাৰ কাম খালি হৈ আছে। অৰুণে সংবাদটো পাই কেনেকৈ নো সেই কামত সোমাব পাৰে তাকে চিন্তা কৰিবলৈ ধৰিলে। দেউতাকে কেনেবাকৈ গম পায় বুলি আনৰ ওচৰত পৰামৰ্শ বিচাৰি যাবলৈকো মনত দোধোৰমোৰ লাগি পৰিল। অৰুণ সৰুৰে পৰা পিতৃভক্ত লৰা। সি কোনোদিনেই দেউতাকৰ অবাধ্য হোৱা নাই। এতিয়া সি দেউতাকক ফাঁকি দি কেনেকৈ দাৰোগাৰ চাকৰিত সোমাই দেউতাকৰ মনত দুখ দিব! ইফালে দাৰোগাৰ চাকৰিলৈকো তাৰ প্ৰবল হেঁপাহ। সি কি কৰিব কি নকৰিব তাকে ভাবিবলৈ ধৰিলে। সি মনতে স্থিৰ কৰিলে যে দাৰোগা কাম কৰিলে মোৰ ভবিষ্যত বেয়া হব বুলিয়েই এনেকৈ হকা-বধা কৰিছে। যদি দেউতাই বুজিলেহেঁতেন যে অৰুণৰ ইচ্ছামতে চাকৰিত সোমালে ভবিষ্যত জীৱন উজ্জ্বল হব, তেতিয়া দেউতাই নিশ্চয় বাধা নকৰিলেহেঁতেন। গতিকে যদি ভবিষ্যত মোৰ ভাল হয়, তেন্তে দেউতাই আজি নহয় কালিলৈ নিশ্চয় সন্তোষ পাব। গতিকে দেউতাৰ মন ৰাখি তেখেতৰ অজ্ঞাতে দাৰোগাৰ চাকৰিত সোমোৱাটো কোনো অন্যায় কথা নহব। ইয়াকে মনত স্থিৰ কৰি সি ডিব্ৰুগড়ৰ স্বয়ং পুলিচ চাহাবৰ পৰাই খবৰ লবলৈ ওলাল। ৰাতিপুৱা ৯ বজাত চাহ-জলপান খাই উঠি নতুনকৈ ধোৱাই দিয়া লং-পেণ্ট, কামিজ আৰু চক্‌চকীয়া জোতাজোৰ পিন্ধি সাজি-কাচি ওলাল। অৰুণে এইদৰে সাজি-কাচি ওলোৱা দেখি দেউতাকে সুধিলে "তইনো এইদৰে পিন্ধি-উৰি কলৈ যাবলৈ ওলাইছ?"



দেউতাকৰ কথা শুনি অৰুণে কি বুলি উত্তৰ দিব একো ভাবি নেপালে। কিছু সময় সেমেনা-সেমেনি কৰি কওঁ-নকওঁকৈ কলে "আজি ভালেমান দিন চৰকাৰী গেজেটখনকে দেখা নাই। কৰবাত ই-এ-চি, ছব-ডেপুটি আদি চাকৰি ওলাইছে নে নাই তাকে এবাৰ মিউনিচিপেলিটি অফিচলৈ গৈ চাই আহিব খুজিছোঁ।"

অৰুণে ই-এ-চি কামৰ সন্ধান লবলৈ ওলোৱা দেখি দেউতাকে মনত অলপ সন্তোষ পালে। "বাৰু চাই আহগৈচোন, পাচত যি কৰিব লাগে মই কৰিম" বুলি অৰুণক উৎসাহ দিলে।

অৰুণে ঘৰৰ পৰা ওলাই মিউনিচিপেলিটি অফিচলৈ নগৈ পোনে পোনে পুলিচ অফিচৰ ফালে খোজ ললে। ঠিক ১১ বজাৰ সময়ত অৰুণ পুলিচ অফিচত উপস্থিত হল। অৰুণে দেখিলে সেই সময়ত পুলিচ চাহাবে অফিচত বহি কাম কৰি আছে। চাহাবৰ অৰ্ডাৰ্লিজন বাহিৰৰ বাৰাণ্ডাতে বহি আছিল। কোনোবাই চিনি পাই মাত দিয়ে বুলি আশঙ্কা কৰি অৰুণে কাকো একো নোসোধাকৈ পোনে পোনে চাহাবৰ কোঠাত সোমালগৈ। চাহাবৰ ওচৰতে সি থিয় হৈ বল। চাহাবে উচপ্ খাই মূৰটো দাঙি চাই অৰুণক দেখিলে। চাহাবে কিন্তু খং নকৰিলে। বোধকৰোঁ অৰুণৰ লৰামতীয়া স্বভাৱ আৰু সুন্দৰ চেহেৰাটো দেখি চাহাবৰ মৰম লাগিছিল। চাহাবে আকৌ তললৈ মূৰ কৰি কিবাকিবি লিখিবলৈ ধৰি "কি লাগিব" বুলি অৰুণক সুধিলে। অৰুণে প্ৰথমতে তাৰ দেউতাক আৰু খুড়াকৰ নাম দুটা কৈ পৰিচয় দিলে। তাৰ পাচত সি দাৰোগা কাম এটা পাবৰ কাৰণে তেখেতৰ ওচৰ চাপিছে বুলি জনালে। অৰুণে কোৱাৰ মাজে মাজে চাহাবে মূৰ দুপিয়াই দুপিয়াই কলে "অৰুণ, তোমাৰ দেউতাৰ শ্ৰীদুৰ্গাপ্ৰসাদ বৰুৱা আৰু খুড়া দেৱৰক মই ভালকৈ চিনি পাওঁ। অকল ময়েই নহয়---অসমৰ প্ৰায় সকলো মানুহেই তেওঁলোক দুয়োজনকে চিনি পায়। তোমাৰ নিচিনা

এজন উঠি অহা ডেকা গ্ৰেজুৱেটক আমাৰ বিভাগত লব পৰা হলে সন্তোষ পালোঁহেঁতেন। কিন্তু এটা কথা নহয়, সিদিনা কিবা কাৰণত মই তোমালোকৰ পদূলি মুখেদিয়েই যোৱাত তোমাৰ দেউতাৰক বাটতে থিয় হৈ থকা লগ পাই বহুত কথা-বতৰা হলোঁ। তেখেতে তোমাৰ বিষয়ে কি কৈছে জানিছা? তেখেতে কৈছে—তোমাৰ বোলে পুলিচৰ চাকৰি কৰিবলৈ বৰ হেঁপাহ, কিন্তু দেউতাৰৰ ইচ্ছা অন্য ৰকমৰ। যাতে মই কেতিয়াও তোমাক পুলিচ বিভাগত ভৰ্ত্তি কৰি নলওঁ তাৰ বাবে বৰকৈ টানি অনুৰোধ কৰিছে। তেখেতৰ নিচিনা লোক এজনৰ অনুৰোধ নো কেনেকৈ দলিয়াই পেলাওঁ তুমিয়েই কোৱাচোন বাৰু। তুমি বি-এ পাছ কৰিছা যেতিয়া তোমাৰ নো আন ভাল চাকৰিৰ কি আকাল! দেউতাৰাতো তোমাৰ সহায় আছেই। তেখেতৰ স্বাস্থ্য সিমান ভাল দেখা নাই; তেখেতক কোনো দুশ্চিন্তাত পেলোৱা উচিত নহব, বুজিছা অৰুণ?"

চাহাবৰ কথা শুনি অৰুণৰ মুখ ক'লা পৰিল। মনে মনে দেউতাকৰ ওপৰত খং উঠিল। চাহাবৰ আগত দেউতাকৰ কাৰ্য্যৰ কোনো সমালোচনা নকৰি মনৰ দুখেৰে নমস্কাৰ জনাই চাহাবৰ পৰা বিদায় ললে।

চাহাবৰ পৰা বিদায় লৈ ঘৰমুৱা হৈ আহোঁতে অৰুণে বাটে বাটে ভাবিবলৈ ধৰিলে—ডিব্ৰুগড়ত পুলিচৰ চাকৰিত সোমোৱাৰ আৰু কোনো উপায় নাই। গুৱাহাটীলৈ গলে তৰুণৰ সহায়ত কিজানি পুলিচৰ চাকৰিত সোমাবই পাৰোঁ! অৰুণে গুৱাহাটীতে এবাৰ চেষ্টা কৰি চাব বুলি ভাবিলে। কিন্তু গুৱাহাটীলৈ যাবলৈ হলে তাক তো যথেষ্ট টকা লাগিব! সেই টকা এতিয়া সি পায় ক'ত! ওৰেবাটে ভাবি ভাবি স্থিৰ কৰিলে যে যি কোনো বুধিৰেই হওক মাক-দেউতাকৰ পৰা কিছু টকা আদায় কৰি দুই এদিনতে সি গুৱাহাটীলৈ যাবই।



চিন্তান্বিত ভাবেৰে বাৰমান বজাত অৰুণ ঘৰ পালেগৈ। অৰুণক দেখি গেজেটত কিবা ওলাইছে নে নাই দেউতাকে লৰালৰিকৈ সুধিলে। অৰুণে সেপ ঢুকি ঢুকি কলে যে গেজেটত ছুব-ডেপুটি লোৱা কোনো জাননী প্ৰকাশ হোৱা নাই। কিন্তু দুই এমাহৰ ভিতৰতে ওলোৱাৰ কথা আছে।

ইয়াৰ কেইদিনমানৰ পাচত এদিন অৰুণে দেউতাকক জনালে যে ঘৰত বহি থাকি থাকি তাৰ বৰ আমনি লাগিছে। পাৰিলে সি এবাৰ চাকৰিৰ সন্ধানত শ্বিলঙৰ পৰা আহিব খোজে। কথাটো শুনি দেউতাকেও এবাৰ শ্বিলঙৰ পৰা অহাটো বেয়া নহয় বুলি মন্তব্য কৰিলে। অৰুণৰ দেউতাকে অকল মন্তব্য কৰিয়েই মনে মনে নেথাকিল। চাকৰিৰ সন্ধানত অৰুণ দুমাহমানৰ কাৰণে শ্বিলঙলৈ যাব বুলি মাকক কৈ তাক চাৰিশ টকা দি দিহা লগাই সোনকালে পঠিয়াবলৈ অনুমতি দিলে। সেইদিনা শনিবাৰ। পাচ-দিনাই পঠোৱাৰ কথা কলে, কিন্তু দেওবাৰৰ দিনা পশ্চিমলৈ যোৱা নিষেধ কাৰণে সেই দিনটো ৰল।

শনিবাৰ আৰু দেওবাৰ এই দুটা দিন নো কেনেকৈ যায় তাকে ভাবি অৰুণৰ মন উচপিচ লাগি পৰিল। লগত নিবলগীয়া সকলো-বোৰ বস্তু দেওবাৰৰ দিনা আবেলিয়েই চুটকেছটোত সুমুৱাই ৰাখিলে। গধূলি অলপ ফুৰা-চকা কৰি দেউতাক আৰু মাকৰ ওচৰত বহি কিছু কথা-বতৰা হল। ৰাতি খাই-বৈ উঠি বিছনাত শুলেগৈ। কিন্তু মনত নানা ভাবনাই খেলিমেলি লগোৱাত অৰুণৰ ওৰেৰাতি চকুত টোপনি নহল। সি কেনেকৈ দেউতাকক ফাঁকি দি পুলিচৰ কামত সোমাবলৈ ওলাইছে, কেনেকৈ সি দেউতাক আৰু মৰমৰ মাকক ফাঁকি দিছে সেইবিলাক কথা তাৰ মনলৈ ঘনে ঘনে অহাত তাৰ চকুত টোপনি হব কেনেকৈ। সি এবেলি ভাবিলে, মাক-দেউতাকৰ কথামতেই ছুব-ডেপুটি কামৰ নিমিত্তেই চেষ্টা কৰি চাব

নে কি ? কিন্তু পুলিচৰ কামত তাৰ ইমান ধাউতি আছিল যে, মাক-দেউতাকৰ ইচ্ছা, এটি সৰু লৰাক কল দি ভুকুকুৰাৰ নিচিনা বুলি ভাবিলে। শেষত তাৰ পুলিচৰ কামত সোমোৱাই স্থিৰ হল। বাতি পুৱাওঁ পুৱাওঁ হওঁতে তাৰ চকুত অলপ টোপনি লাগিছিল, কিন্তু গুৱাহাটীলৈ যোৱাৰ ধান্দাত দোকমোকালিতে উঠি মাক ভনীয়েকে জগাই দিলে। মাকে পুতেকক ভালকৈ খুৱাই-বুৱাই পঠিয়াবৰ কাৰণে বান্ধনি ঘৰত বন্ধাবঢ়াৰ কাৰণে ধুমধাম লগাই দিলে। অৰুণে ভালকৈ গা-পা ধুই উঠি খাই-বৈ প্ৰায় আঠমান বজাত যাবলৈ বুলি সাজিকাচি ওলাই মাক আৰু দেউতাকক সেৱা জনালেগৈ। তেওঁ-লোকেও মনৰ বাঞ্ছা পূৰ্ণ হওক বুলি আশীৰ্ব্বাদ দিলে। আগে-পাচে অৰুণে ঘৰৰ পৰা দূৰ ঠাইলৈ যাত্ৰা কৰিলে মাক আৰু দেউতাকক সেৱা কৰি উঠিহে যাত্ৰা কৰে। সেইদিনাও অৰুণে তাকে কৰিলে।

অৰুণ মাক-দেউতাকৰ প্ৰথম সন্তান। গতিকে অৰুণৰ প্ৰতি মাক-বাপেকৰ মৰম বেছি। সেয়েহে আন কেইটি লৰা-ছোৱালী থকা স্বত্বেও অৰুণ মাত্ৰ দুমাহৰ বাবে যাবলৈ ওলাওঁতেই মাক-বাপেকৰ প্ৰাণ কান্দি উঠিছিল। টকা-পইচাৰ অভাৱত কৰবাত কষ্ট পায় বুলি আৰু পঞ্চাশ টকামান বেছিকৈ দিবলৈ দেউতাকে মাকক কলে। সময় বেছি নোহোৱাৰ বাবে অৰুণৰ মাকে লৰালৰিকৈ ৪৫০ টকাৰ দহটকীয়া ৪৫ খন নোট আনি অৰুণৰ হাতত দিলে। অৰুণে নোটখিনি গণি চাই দেখিলে যে পাঁচখন নোট বেছিকৈ দিছে। মাকৰ ভুল হৈছে বুলি নোট পাঁচখন মাকক ঘূৰাই দিব খোজোঁতেই মাকে কলে যে ভুল কৰি দিয়া নাই, দেউতাৰে লাগিব পাৰে বুলি আৰু পঞ্চাশ টকা বেছিকৈ দিবলৈ কোৱাত চাৰিশৰ ঠাইত চাৰিশ পঞ্চাশ টকা দিছোঁ।

মাক-বাপেকৰ মৰমৰ কথা ভাবোঁতে অৰুণৰ চকুৰ পানী ওলাল! এনেহেন মৰমিয়াল মাক-বাপেকক ফাঁকি দি সি দাৰোগাৰ চাকৰিত



সোমাবলৈ আগ বাঢ়িছে! অৰুণৰ চকুৰ পানী ওলোৱা দেখি মাকৰ অন্তৰ কান্দি উঠিল। অৰুণে দেখি বেছি বিহ্বল হব বুলি ভাবি চকুৰ পানী ওলাবলৈ নিদিলে। প্ৰবোধ বচনেৰে চকুৰ পানী মচি দি আনন্দ মনেৰে নিজ কামলৈ যাবৰ কাৰণে কলে। অৰুণে আকৌ ভিতৰলৈ সোমাই গৈ দেউতাকৰ ভৰিত দীঘল দি পৰি "দেউতা যাওঁ" বুলি কৈ কেচুৱা লৰাৰ দৰে কান্দি পেলালে। দেউতাকে সান্ত্বনা বচনেৰে নানা উপদেশ দি গৈ পায়েই চিঠি দিব বুলি কৈ আনন্দেৰে বিদায় দিলে। অৰুণ গল। অৰুণৰ মাক-দেউতাক আৰু ভনীয়েকে পদূলিমুখত থিয় হৈ চকুৰে দেখালৈকে চাই ৰল।

৪

তেতিয়াও দহ বজা নাই। অৰুণ ডিব্ৰুগড় ষ্টেশ্যন পালেগৈ। গাড়ী প্লেটফৰ্ম্মৰ ওচৰৰ লাইনতে থিয় হৈ আছে। অৰুণ এটা ৩য় শ্ৰেণীৰ ডবাত সোমালগৈ। বেঞ্চ এখনৰ এমূৰত নিজৰ বিছনাখন পাৰি গাৰুত আউজি ভালকৈ বহি যোৱাৰ সুবিধা কৰি ললে। কোঠালিটোত বেছি যাত্ৰী নাছিল বুলিয়েই সি এইদৰে বিছনা খুলি ভালকৈ পাৰি লব পাৰিছিল। ৰেলগাড়ীৰ প্ৰথম সঙ্কেত-ধ্বনি পৰাৰ লগে লগে চুটকেছটো বেঞ্চৰ তলত থৈ মণিৰামক বস্তুবাহানি-খিনি ৰাখিবলৈ কৈ টিকট কিনিবলৈ নামি গল। অলপ পৰৰ পাচতে অৰুণে এখন তৃতীয় শ্ৰেণীৰ টিকট কিনি আনি পুনৰ গাড়ীত উঠিলেহি। এনেতে ২য় ঘণ্টা পৰিল। মণিৰামৰ পিঠিত মৰমেৰে চপৰিয়াই অৰুণে তাৰ হাতত এটা টকা দি কলে "তই এতিয়া যাগৈ।" মণিৰাম সৰুৰে পৰা অৰুণহঁতৰ ঘৰতে থাকি ডাঙৰ হৈ এতিয়া সি ঘৰৰ পৰিয়ালৰ দৰেই হৈছে। সি কোনো দিনা এইদৰে টকা-পইচা আনৰ পৰা পোৱা নাই। সি টকাটো হাতত

লৈ কি কৰিব বুলি সোধাত অৰুণে কলে যে তাক সেই টকাটো পুৰস্কাৰ দিছে। সি তাৰে মিঠৈ কিনি খাব। মিচিককৈ হাঁহি মাৰি মণিৰাম ৰেলৰ পৰা নামি গল। সেই কোঠালিত থকা আৰু ২।৩ জনমান যাত্ৰীয়ে মণিৰামৰ কাণ্ড দেখি হাঁহি হাঁহি কৰলৈ ধৰিলে— মণিৰামৰ নিচিনা চাকৰ হে ৰাখিব লাগে।

দহ বাজি কেইমিনিটমান গল। ৩য় ঘণ্টা পৰাৰ লগে লগে ড্ৰাইভাৰে হুইছেল দিলে। উকি মাৰি হুচ্ হুচ্ কৰে গাড়ী আগবৈ যাবলৈ ধৰিলে।

গাড়ীত ফুৰা যাত্ৰীয়ে নানা বিষয়ত সাৱধান হব লাগে। চকুত কয়লা গুড়া পৰে বুলি সোণালী ফ্ৰেমৰ বিতচকুযোৰ পিন্ধি খিড়িকী-য়েদি মুখ উলিয়াই অৰুণে বাহিৰৰ মনোৰম প্ৰাকৃতিক দৃশ্যবোৰ চাই যাবলৈ ধৰিলে। তিনচুকীয়া ষ্টেশ্যন এৰিলে। গাড়ী ৩০।৪০ মাইল "স্পীডত" যাবলৈ ধৰিলে। অৰুণে বাহিৰৰ দৃশ্য চাবলৈ এৰি গাৰুত মূৰটো দি অলপ কেকোৰা পৰি শুই এখন উপন্যাস পঢ়াত লাগিল। সময় কটাবলৈ ৰেলগাড়ীত উপন্যাস এক ভাৰ সঙ্গী। সি যি হওক ওৰে দিনটো গাড়ী চলি আহি মৰিয়নি পোৱাৰ আগতে সন্ধ্যা লাগিল। ৰাতিটো ফৰিংফুটা জোনাক। জোনাকৰ ৰূপালী কিৰণ পৰি ৰেলআলিৰ দুয়োকাষৰ গছ-গছনিবোৰ অতি মনমোহা হৈ উঠিছিল। ৰেল বেছি বেগত চলাৰ কাৰণে লাইনৰ ওচৰত থকা গাঁওবোৰ ছাঁয়াছবিৰ নিচিনাকৈ একোখনৰ পাচত এখনকৈ চকুৰ আগত জিলিকি উঠিছিল। ৰাতি ৮মান বজাত গাড়ীখন মৰিয়নি ষ্টেশ্যনত ৰলহি। অৰুণৰ মাকে আৰু ভনীয়েকে এটা সৰু টিফিন কেৰিয়াৰত অলপ খোৱা বস্তু পঠিয়াই দিছিল। অৰুণে সেইটো খুলি লুচি আৰু তিলপিঠা কেইখনমান খাই বাহিৰলৈ ওলাই গৈ কলৰ পানীত মুখ ধুই আহিল। এপিয়লা চাহো কিনি খালে। ইয়াত গাড়ী ২০ মিনিটমান ৰয়। অৰুণে খাই-বৈ উঠাৰ পাচত গাড়ী এৰি দিলে। অৰুণে পাৰি লোৱা বিছনাখনতে ভৰি



কোঁচাই শুবলৈ চেষ্টা কৰিলে, কিন্তু টোপনি নাহিল। দেউতাকৰ ইচ্ছাৰ বিৰুদ্ধে গৈ তেওঁ কেনেকৈ জীৱনত উন্নতি সাধিব, ভাবি একো উৱাদিহ নেপালে। শেষ ৰাতি তিনিমান বজাত অলপ টোপনি আহিল। পুৱা ৫ বজাত গাড়ী আহি গুৱাহাটী পালেহি। অৰুণ নিদ্ৰাৱস্থাত। মানুহৰ হাই-উৰুমিত খক্মককৈ উঠি খিড়িকী-য়েদি চাই দেখে এইখন গুৱাহাটী ষ্টেশ্যন। ৰাতি তেতিয়াও ভালকৈ পুওৱা নাই। অৰুণে লৰালৰিকৈ উঠি বিছনাখন "হলদল"ত সুমুৱাই বান্ধি এটা কুলীৰ মূৰত দি চুটকেছটো হাতত দি ষ্টেশ্যনৰ বাহিৰলৈ ওলাল। আৰোহীবিলাকক লৈ যাবলৈ ২০।২৫ খনমান ৰিক্সা ৰৈ আছিল। অৰুণৰ গুৱাহাটীত চিনাজনা বহুতো মানুহ আছিল যদিও সি আনৰ আলহী হৈ আমনি দিবলৈ সমুলি ভাল নেপাইছিল। অৰুণে এখন ৰিক্সা ভাৰা কৰি লৈ গ্ৰেণ্ড হোটেললৈ গল। সেই হোটেলত ছীট খালি নাছিল। ৰাতি ৪।। বজাত ডবল ছীটৰ কোঁঠালী এটাত থকা লোক এজন ধুবুৰীলৈ যাবৰ কাৰণে ওলাই গৈছে। অৰুণৰ সৌভাগ্য, মেনেজাৰে অৰুণক সেই ছীট-টোতে থাকিবলৈ দিলে। আন ছীটটোত থকা ভদ্ৰলোকজন তেতিয়া শুই আছিল। অৰুণে লোৱা ছীটটোত বিছনাখন পাৰি ভালকৈ হাত-মুখ ধুই চাহ-জলপান খাই ললে। ইতিমধ্যে ইজন ভদ্ৰলোক শুই উঠি তেওঁৰ নিত্যকৰ্ম্ম কৰি লৈ এটা বগা লংপেণ্ট আৰু কামিজ পিন্ধি মূৰটো ভালকৈ ফণিয়াই কেনিবা গুচি গল। ভদ্ৰলোকজনৰ সৈতে অৰুণৰ চিনা-পৰিচয় বা কোনো কথা-বতৰা নহল।

অৰুণে কোঁঠালীটোৰ ভিতৰত নিসঙ্গভাৱে থাকিবলৈ ভাল নেপালে। তেওঁৰ বন্ধু তৰুণক ক'ৰবাত লগ পাব পাৰে বুলি ভাবি পাণবজাৰৰ ফালে ওলাই গল। পাণবজাৰত ঘূৰা-পকা কৰি ফুৰোঁতে কেবাজনো পুৰণি সহপাঠী বন্ধুৰ লগত দেখা-সাক্ষাৎ হল, কিন্তু তৰুণক হলে ক'তো লগ নেপালে; আন কি তৰুণ ৰবা গুৱাহাটীতে আছে নে ঘৰতে আছে নাইবা আন ক'ৰবাতহে আছে তাকো কোনেও

কব নোৱাৰিলে । দুপৰীয়া ১১মান বাজিল । তেতিয়া অৰুণে
ভোজনালয়লৈ আহি দিনৰ আহাৰ কৰি উঠি বিছনাত বিশ্ৰাম কৰিবলৈ
ললে । সেইপিনেই অৰুণৰ টোপনি গল । প্ৰায় দুঘণ্টামানৰ পাচত
সাৰ পাই উঠি মুখ-হাত ধুই ললে ।

অৰুণে আগেয়েই জানিছিল যে তৰুণ বৰাৰ কেইজনমান
আপোন মানুহ উজান বজাৰত থাকে । সেইদিনা আবেলি চাহ-
জলপান খাই উঠি উজান বজাৰলৈ গৈ তৰুণৰ এজন আপোন
মানুহক সুধি জানিব পাৰিলে যে তৰুণ বৰাই এতিয়া সোণাৰাম
হাইস্কুলত অস্থায়ীভাৱে শিক্ষকতা কাম কৰি আছে । তেওঁ কিন্তু
গুৱাহাটীত নেথাকি সদায় নিজ-ঘৰ বংগহলৰ পৰা অহা-যোৱা কৰে।
সোণাৰাম স্কুলত বা ফেৰীঘাটলৈ গলেই তেওঁক লগ পাব ।

তৰুণ বৰাৰ সবিশেষ বাতৰি লৈ অৰুণ আকৌ হোটেললৈ
উভতি আহিল । অৰুণে গৈ দেখিলে যে তেওঁৰ আগেয়েই গৈ
কোঁঠালীটোতে থকা সেই ভদ্ৰলোকজন বহি আছে । দুয়োজনৰ
ভিতৰত কথা-বতৰা আৰু চিনা-জনা হল । ভদ্ৰলোকজন এজন
চি-আই-ডি বিভাগৰ দাৰোগা ; নাম নলিনী দত্ত । কাম কৰা
প্ৰায় আঠ বছৰমান হল । বয়স ২৭-২৮ বছৰমান হব । অৰুণে
কথাৰ ছলতে জনালে যে তেওঁ সুবিধা পালে পুলিচ বিভাগত কাম
কৰিবলৈ বৰ ইচ্ছা কৰিছে । অৰুণৰ মনৰ ইচ্ছাৰ কথা জানিব
পাৰি নলিনীয়ে কলে যে আপোনাৰ নিচিনা গ্ৰেজুৱে...
দাৰোগাৰ চাকৰি এটা নোপোৱাৰ কি কাৰণ আছে...
নলিনীৰ কথা শুনি অৰুণৰ মন উৎফুল্ল হৈ উঠিল । ...
নলিনীৰ চাকৰি পাব পাৰি অৰুণে তাৰ উপায় সুধি...
দাৰোগাৰ চাকৰি ভালকৈ বুজাই কলে যে অসম...
কথা শুনি নলিনীয়ে ...
প্ৰত্যেক জিলাৰ পৰা ... দাৰোগা লয়, তাক ছে...
... নবেম্বৰ মাহত তি...



মেম্বৰ গোট খাই এখন ব'ৰ্ড বা নিৰ্ব্বাচন কমিটি বহে । আবেদনকাৰী-
সকলক সেই ব'ৰ্ডত উপস্থিত থাকিবলৈ জনোৱা হয় । যিসকলে
দাৰোগাৰ কাম কৰিবলৈ ইচ্ছা কৰে সেইসকল আহি ব'ৰ্ডত উপস্থিত
হয় । ব'ৰ্ডৰ সভ্যসকলে প্ৰাৰ্থীসকলক এজন এজনকৈ মাতি নি
কথা-বতৰা পাতি যেইজন দাৰোগা লাগে সেইকেইজনক বাছি
ডাক্তৰী পৰীক্ষালৈ পঠিয়াই দিয়ে । ডাক্তৰী পৰীক্ষাত উপযুক্ত হলে
তেওঁলোকৰ আবেদনবিলাক চৰকাৰলৈ পঠিয়াই দিয়ে । চৰকাৰে
তেওঁলোকক কামত নিয়োগ কৰি যি ঠাইত প্ৰশিক্ষণ লব লাগে
তালৈ নিৰ্দ্দেশ দিয়ে । প্ৰশিক্ষণৰ পাচত সকলো পৰীক্ষাত উত্তীৰ্ণ
হলে ইন্সপেক্টৰ জেনেৰেলে যি জিলাৰ দাৰোগাৰ প্ৰয়োজন সেই
জিলাতে মকৰল কৰে । প্ৰত্যেক দাৰোগাই ব'ৰ্ডৰ মনোনয়ন পোৱাৰ
পাচদিনাই বিজাৰ্ভলৈ গৈ এখন "ভেৰিফিকেশ্যন ৰোল" লিখি
দিব লাগে । সেই ৰোলখনত প্ৰাৰ্থীৰ নাম, পিতাকৰ নাম,
ব্যৱসায়, জন্মৰ তাৰিখ আদি লিখি চহী কৰি দিব লাগে । বিজাৰ্ভ
অফিচাৰজনে আবেদনকাৰী যি থানা এলেকাৰ মানুহ সেই থানাৰ
ভাৰপ্ৰাপ্ত কৰ্ম্মচাৰীলৈ দিয়ে । সেই ভাৰপ্ৰাপ্ত কৰ্ম্মচাৰীয়ে স্থানীয়
তদন্ত কৰি আবেদনকাৰীয়ে লিখি দিয়া কথাবিলাক গঁচা নে মিছা
না দৰখাস্তকাৰী কোনো ... আছিল নে
নাই আৰু তেওঁ ... সংশ্লিষ্ট আছি...
নে নাই, লিখি ... খি দিয়া ...
বিলাক অমিল ...
তেওঁক দিয়া ...
নলিনীয়ে ...
'ভেৰিফিকেশ্যন ...
...পাই উঠিল । ...
...কেশ্যন ৰোল' ...
... সোমোৱা ...

কৰ নোৱাৰিলে। দুপৰীয়া ১১মান বাজিল। তেতিয়া অৰুণে ভোজনালয়লৈ আহি দিনৰ আহাৰ কৰি উঠি বিছনাত বিশ্ৰাম কৰিবলৈ ললে। সেইপিনেই অৰুণৰ টোপনি গল। প্ৰায় দুঘণ্টামানৰ পাচত সাৰ পাই উঠি মুখ-হাত ধুই ললে।

অৰুণে আগেয়েই জানিছিল যে তৰুণ বৰাৰ কেইজনমান আপোন মানুহ উজান বজাৰত থাকে। সেইদিনা আবেলি চাহ-জলপান খাই উঠি উজান বজাৰলৈ গৈ তৰুণৰ এজন আপোন মানুহক সুধি জানিব পাৰিলে যে তৰুণ বৰাই এতিয়া সোণাৰাম হাইস্কুলত অস্থায়ীভাৱে শিক্ষকতা কাম কৰি আছে। তেওঁ কিন্তু গুৱাহাটীত নেথাকি সদায় নিজ-ঘৰ ৰংমহলৰ পৰা অহা-যোৱা কৰে। সোণাৰাম স্কুলত বা ফেৰীঘাটলৈ গলেই তেওঁক লগ পাব।

তৰুণ বৰাৰ সবিশেষ বাতৰি লৈ অৰুণ আকৌ হোটেললৈ উভতি আহিল। অৰুণে গৈ দেখিলে যে তেওঁৰ আগেয়েই গৈ কোঁঠালীটোতে থকা সেই ভদ্ৰলোকজন বহি আছে। দুয়োজনৰ ভিতৰত কথা-বতৰা আৰু চিনা-জনা হল। ভদ্ৰলোকজন এজন চি-আই-ডি বিভাগৰ দাৰোগা; নাম নলিনী দত্ত। কাম কৰা প্ৰায় আঠ বছৰমান হল। বয়স ২৭-২৮ বছৰমান হব। অৰুণে কথাৰ ছলতে জনালে যে তেওঁ সুবিধা পালে পুলিচ বিভাগত কাম কৰিবলৈ বৰ ইচ্ছা কৰিছে। অৰুণৰ মনৰ ইচ্ছাৰ কথা জানিব পাৰি নলিনীয়ে কলে যে আপোনাৰ নিচিনা গ্ৰেজুৱেট ডেকা এজনে দাৰোগাৰ চাকৰি এটা নোপোৱাৰ কি কাৰণ আছে, নিশ্চয় পাব। নলিনীৰ কথা শুনি অৰুণৰ মন উৎফুল্ল হৈ উঠিল। কেনেকৈ নো দাৰোগাৰ চাকৰি পাব পাৰি অৰুণে তাৰ উপায় সুধিলে। অৰুণৰ কথা শুনি নলিনীয়ে ভালকৈ বুজাই কলে যে অসম গৱৰ্ণমেণ্টে প্ৰত্যেক জিলাৰ পৰা কেইজন দাৰোগা লয়, তাক ছেপেটেম্বৰ মাহৰ গেজেটত ঘোষণা কৰে। অক্টোবৰ বা নবেম্বৰ মাহত তিনি-চাৰিজন



মেম্বৰ গোট খাই এখন ব'ৰ্ড বা নিৰ্ব্বাচন কমিটী বহে। আবেদনকাৰী-সকলক সেই ব'ৰ্ডত উপস্থিত থাকিবলৈ জনোৱা হয়। যিসকলে দাৰোগাৰ কাম কৰিবলৈ ইচ্ছা কৰে সেইসকল আহি ব'ৰ্ডত উপস্থিত হয়। ব'ৰ্ডৰ সভ্যসকলে প্ৰাৰ্থীসকলক এজন এজনকৈ মাতি নি কথা-বতৰা পাতি যেইজন দাৰোগা লাগে সেইকেইজনক বাছি ডাক্তৰী পৰীক্ষালৈ পঠিয়াই দিয়ে। ডাক্তৰী পৰীক্ষাত উপযুক্ত হলে তেওঁলোকৰ আবেদনবিলাক চৰকাৰলৈ পঠিয়াই দিয়ে। চৰকাৰে তেওঁলোকক কামত নিয়োগ কৰি যি ঠাইত প্ৰশিক্ষণ লব লাগে তালৈ নিৰ্দ্দেশ দিয়ে। প্ৰশিক্ষণৰ পাচত সকলো পৰীক্ষাত উত্তীৰ্ণ হলে ইন্সপেক্টৰ জেনেৰেলে যি জিলাৰ দাৰোগাৰ প্ৰয়োজন সেই জিলাতে মকৰল কৰে। প্ৰত্যেক দাৰোগাই ব'ৰ্ডৰ মনোনয়ন পোৱাৰ পাচদিনাই ৰিজাৰ্ভলৈ গৈ এখন "ভেৰিফিকেশ্যন ৰোল" লিখি পূৰাই দিব লাগে। সেই ৰোলখনত প্ৰাৰ্থীৰ নাম, পিতাকৰ নাম, ব্যৱসায়, জন্মৰ তাৰিখ আদি লিখি চহী কৰি দিব লাগে। ৰিজাৰ্ভ অফিচাৰজনে আবেদনকাৰী যি থানা এলেকাৰ মানুহ সেই থানাৰ ভাৰপ্ৰাপ্ত কৰ্ম্মচাৰীলৈ দিয়ে। সেই ভাৰপ্ৰাপ্ত কৰ্ম্মচাৰীয়ে স্থানীয় তদন্ত কৰি আবেদনকাৰীয়ে লিখি দিয়া কথাবিলাক সঁচা নে মিছা বা দৰখাস্তকাৰী কোনো ফৌজদাৰী অভিযোগত লিপ্ত আছিল নে নাই আৰু তেওঁ চৰকাৰৰ বিৰুদ্ধে চলা অভিযানত সংশ্লিষ্ট আছিল নে নাই, লিখি পঠিয়াই দিয়ে। আবেদনকাৰীয়ে লিখি দিয়া কথা-বিলাক অমিল হলে বা কোনো ৰকমৰ দোষণীয় কামত লিপ্ত থাকিলে তেওঁক দিয়া চাকৰিৰ পৰা বৰ্খাস্ত কৰি দিয়ে।

নলিনীয়ে কোৱা কথাবিলাক শুনি অৰুণে ভালেই পালে, কিন্তু 'ভেৰিফিকেশ্যন ৰোল'খনৰ কথা শুনিহে তেওঁৰ বুকুখন অলপ চপ্‌চপাই উঠিল। ডিব্ৰুগড় থানাৰ ভাৰপ্ৰাপ্ত কৰ্ম্মচাৰীয়ে 'ভেৰি-ফিকেশ্যন ৰোল' স্থানীয় তদন্ত কৰোতে তেওঁৰ দেউতাকে পুলিচৰ কামত সোমোৱা সকলো কথাৰ গম পাব। দেউতাকে গম পালেই

তেওঁক গুৱাহাটীৰ পৰা কাণত ধৰি টানি নিব। এই বিষয়ে তৰুণৰ সৈতে বিবেচনা কৰি চাব বুলি মনতে স্থিৰ কৰি নলিনীক প্ৰকাশ্যে একোকে নকলে।

অৰুণে নলিনীৰ সৈতে নানা বিষয় প্ৰায় ২।৩ ঘণ্টামান কথা-বতৰা পাতিলে। ৰাতি দুয়ো একেলগে ভোজন কৰিলে। আগ-নিশা ৰেলত আহোতে অৰুণৰ ভাল টোপনি অহা নাছিল; খাই-বৈ উঠি বিছনাত বাগৰ দিওঁতেই সেইকালেই টোপনি গল। অৰুণৰ এনে গাঢ় টোপনি আহিছিল যে অকণো কাতি-কুতা নোহোৱাকৈ একে বাগৰেই ৰাতি পুৱাল।

ৰাতিপুৱাৰ লগে লগে অৰুণৰ সঘনে তৰুণলৈ মনত পৰিবলৈ ধৰিলে। ৰাতিপুৱাৰ কাম শেষ কৰি চাহ-জলপান খাই পাৰঘাটলৈ গল। দহমান বজাত উত্তৰ গুৱাহাটীৰ পৰা পাৰ-জাহাজ ইপাৰলৈ আহে। সেই জাহাজতে তৰুণ বৰাও আহিব। পাৰ-জাহাজখন পানীৰ মাজ পাওঁতেই অৰুণে পানী-যুৰলিলৈ গৈ তৰুণলৈ লক্ষ্য কৰি থিয় হৈ থাকিল। জাহাজখন পাৰ পোৱাহিয়েই নাই, অৰুণ আৰু তৰুণৰ দেখাদেখি হল। ইজনে সিজনক দেখি উভয়ে ইমান আহ্লাদিত হৈ উঠিছিল যে ইজনে সিজনলৈ জঁপিয়াই গৈ সাৱটি ধৰিব। জাহাজ আহি পাৰ চাপিল। তৰুণে যাত্ৰীবিলাকক হেঁচি-ঠেলি তেওঁৰ চাইকেলখনৰে সৈতে চিৰিয়েদি নাম আহিল। নামি আহি চাইকেলখন বালিতে বগৰাই থৈ অৰুণক আকোৱালি ধৰিলে। ভালেমান দিনৰ পাচত সিহঁতৰ দেখাদেখি হোৱাত আনন্দত দুয়োৰো চকুৰ পানী ওলাল। কিছু পৰলৈ সিহঁতে কথাকে কব পৰা নাছিল। কোনো বাতৰি নিদিয়াকৈ মনে মনে আহি জাহাজঘাটত এনেকৈ খাপ দি থকাত তৰুণে অৰুণক খং কৰিলে। পাচত বৰাই বালিৰ পৰা চাইকেলখন তুলি লৈ বৰুৱাৰ সৈতে আলিৰ ফালে খোজ ললে। দুয়ো কথা-বতৰা পাতি গৈ গৈ ফাঁচীবজাৰ পালেগৈ।



আবেলি বৰাই অৰুণক তেওঁৰ ৰংমহলৰ ঘৰলৈ লৈ যাব বুলি কৈ তেওঁ স্কুললৈ গল, কাৰণ কথা পাতিবৰ আৰু সময় নাই।

অৰুণ বৰুৱা হোটেললৈ আহি খাই-বৈ উঠি জিৰণি ললে। আবেলি তিনি বাজিছেহে, তৰুণ বৰা আহি হোটেলত উপস্থিত। বৰুৱাই চাহ-জলপান অনাই বৰাকো দিয়ালে আৰু নিজেও খালে। আগেয়ে হোৱা কথামতে বৰুৱাই বিছনাখন বান্ধি ৰাখিছিল। বৰাৰ অনুৰোধত বৰুৱাই বিছনাখন আৰু চুটকেছটো এখন ৰিক্সাত তুলি লৈ পাৰঘাটলৈ গল। বৰাও চাইকেলত উঠি বৰুৱাৰ লগে লগে যাবলৈ ধৰিলে। চাৰি বজাত পাৰ-জাহাজত পাৰ হৈ বৰাই বৰুৱাক নিজ-ঘৰলৈ লৈ গল। বৰাৰ দেউতাক আৰু ভনীয়েক দুজনীয়ে বৰুৱাক আগৰে পৰা চিনি পায়। কলেজত পঢ়ি থকা কেইবছৰৰ ভিতৰতো বৰুৱা বৰাহঁতৰ ঘৰলৈ কেইবাদিনো আহিছিল। বৰুৱাৰ অমায়িকতা আৰু সৎ স্বভাৱৰ কাৰণে বৰা পৰিয়ালৰ সকলোটিয়ে তেওঁক ভাল পাইছিল। বিশেষকৈ বৰাৰ ১৭ বছৰীয়া ভনীয়েক নমিতাই বৰুৱাক দেখিলে নিজকে পাহৰি যায়। বৰুৱা আহিলে নমিতাই ভাবে যে যেন কোনোবা আপোন জনহে তেওঁলোকৰ ঘৰলৈ আহিছে। বৰুৱা আহি পোৱাৰ লগে লগে নমিতাই হাত-মুখ ধুবলৈ পানীৰ সৈতে নতুন গামোচা এখন দিলে আৰু চাহ-জলপান খাবলৈ ককায়েকক লৈ যাবলৈ কলে।

বৰা থকা কোঁঠালীত দুখন পালং পতা আছে; এখনত বৰাৰ বিছনা আৰু আনখনত আলহী-অতিথি আহিলে থাকে। নমিতাই সেই পালংখনতে ধোবাই ধোৱা বিছনা-চাদৰ পাৰি গাৰুটোত নতুন ৱাৰ এটা লগাই বিছনা কৰি দিলে। আঠুৱাখন ভালকৈ তৰি দিবলৈ নেপাহৰিলে। বৰুৱাই তেওঁৰ বিছনাখনকে পাৰি দিবলৈ নমিতাক কৈছিল। নমিতাই ৰেলত পাৰি অহা লেতেৰা বিছনা-চাদৰ ব্যৱহাৰ কৰা উচিত নহয় বুলি কোৱাত বৰুৱা মনে মনে

থাকিল। আৰু "সেই বিছনাত নিশ্চয় দুই-চাৰিটা বেলৰ উৰহ আহিছে" বুলিও নমিতাই হাঁহি মাৰি কলে।

বৰুৱাৰ সৈতে মন খুলি কথা পাতিবৰ কাৰণে নমিতাৰ ইচ্ছা, কিন্তু লাজত আৰু ককাইদেৱেকৰ ভয়ত নোৱাৰে। বৰুৱাৰ সৈতে দেখাদেখি হৈ থাকিবলৈ নমিতাই ইমান ভাল পায় যে বৰুৱাক কিবাকিবি দিব লগা হলে নমিতায়েই আনি দিয়ে। একো নেলাগিলেও বৰুৱাৰ কোঠালীলৈ গৈ কিবা লাগিবনে বুলি সুধি গা-দেখা দি আহে। আহোঁতে-যাওঁতে বেৰত বা দুৱাৰত খুন্দা খাই দুখ পালেও তালৈ কেৰেপকে নকৰিছিল। নমিতাই বৰুৱাৰ সৈতে দুই-চাৰি আষাৰ ধেমেলীয়া কথা পাতিবলৈ আশা কৰে, কিন্তু নিজক চম্ভালি লয়—আনোচা বৰুৱাই দুষ্টা প্ৰকৃতিৰ ছোৱালী বুলি ধৰি লয়! নমিতা অকল স্বাস্থ্যৱতী গাভৰুৱেই নহয় দেখিবলৈকো ৰূপহী। গাভৰু ছোৱালীয়ে স্বাস্থ্যৱান ধুনীয়া ডেকা এজনক দেখিলে যি চকুৰে চায়, নমিতায়ো বৰুৱাক সেই চকুৰে চাইছিল। কিন্তু বৰুৱা নমিতাৰ চাৱনিত ভোল যোৱা নাছিল। বৰুৱাই ভাবিছিল নমিতা বৰাৰে ভনীয়েক নহয়, তেওঁৰো ভনী।

অৰুণে কোনো ছোৱালীক ভালপোৱাৰ ভাব মনলৈ অনাৰ কথা কব নোৱাৰে। কেতিয়াবা মাথোন সেই ছাতি দিয়া অজ্ঞাত ছোৱালীজনীলৈহে অৰুণৰ মনত পৰে। কথা-প্ৰসঙ্গত বৰুৱাই তেওঁৰ দাৰোগা চাকৰি কৰাৰ মনৰ প্ৰবল ইচ্ছাৰ কথা আদ্যোপান্ত বৰ্ণাই বৰাক কলে। দেউতাকৰ ইচ্ছাৰ বিৰুদ্ধে চাকৰি কৰাৰ বিষয়ে যিমান পাৰে বৰাই সহায় কৰিব বুলি অৰুণক প্ৰতিশ্ৰুতি দিলে।

( ৫ )

বৰুৱা ঘৰৰ পৰা আহিবৰ আজি পূৰা পাঁচ দিন হল, আজিলৈকো কোনো চিঠি-পত্ৰ দিয়া নাই। দেউতাকৰ আগত তেওঁ শ্বিলঙলৈ



যোৱাৰ কথা কৈ আহিছিল। কোনো চিঠি-পত্ৰ নেপালে মাক আৰু দেউতাকে যে চিন্তান্বিত হৈ থাকিব, সেই কথা ভাবি বৰুৱা অলপ চিন্তিত হল। এবাৰ শ্বিলঙলৈ গৈ তাৰ পৰা দুই এখন চিঠি দিয়াটো উচিত হব বুলি কোৱাত বৰাই তাত হয়ভৰ দিলে। বৰুৱা শ্বিলঙলৈ যোৱাৰ কথা শুনি নমিতাই মনে মনে অলপ ব্যথা অনুভৱ কৰিলে। ককাইদেৱেকৰ দিহামতে নমিতাই ভালকৈ বান্ধি-বাঢ়ি বৰুৱাক খুৱাই-বুৱাই শ্বিলঙলৈ যোৱা সকলো দিহা কৰি দিলে। বৰুৱাৰ এই বিদায়ত নমিতাই যদিও মনত কষ্ট অনুভৱ কৰিছিল, তথাপি তেওঁ কিয় এটা ডাঙৰ কামত শ্বিলঙলৈ যাবলৈ ওলাইছে বুলি ভাবি মনত অলপ গৌৰৱ অনুভৱো কৰিছিল। বৰুৱাই বন্ধুৰ ঘৰত নিজৰ ঘৰৰ দৰে থাকিও নিজৰ কামত যাবলৈ ওলোৱাত মনত বেয়া নোপোৱাকৈ থকা নাছিল। যাবৰ সময়ত "যাওঁদেই, নমিতা, বেয়া নেপাবা" বুলি বৰুৱাই বিদায় ললে। বৰুৱাৰ লগতে বৰাও গুৱাহাটীলৈ আহি বৰুৱাক ১২ বজাৰ মটৰত তুলি দি তেওঁ আকৌ নিজ কামলৈ গুচি গল।

ঠিক চাৰি বাজিছে, বৰুৱা যোৱা মটৰখন গৈ শ্বিলং পালে। নেপালী কুলী এটাৰ মূৰত বস্তুবাহানিখিনি তুলি দি বৰুৱা ওচৰৰে হেপিলজত উপস্থিত হলগৈ। সেইদিনা হেপিলজত মানুহৰ বেছি ভিৰ নাই, স্বচ্ছন্দমতে এটা স্বকীয়া কোঁঠালীত আশ্ৰয় ললে। সময় মিছাতে কটোৱা উচিত নহয় বুলি ভাবি পাছদিনাই বৰুৱাই আই-জি-পি আদি অফিচলৈ গৈ দাৰোগা কামৰ কাৰণে অসম গৱৰ্ণমেণ্টে কিবা ঘোষণা-পত্ৰ দিছে নে নাই তাৰ বাতৰি ললে। বাতৰিত কি পালে কব নোৱাৰোঁ। কিন্তু গধূলি হোটেললৈ আহি দেউতাকলৈ এইদৰে এখন চিঠি লিখিলে—

দেউতা! হেপিলজ, শ্বিলং

মই ভালে-কুশলে আহি শ্বিলং পোৱা আজি তিন দিন হল।

এই তিনদিনৰ ভিতৰত পাব্লিক চাৰ্ভিছ কমিশ্যনৰ চেয়াৰমেন আৰু আন আন কেইবাজনো ডাঙৰ কৰ্ম্মচাৰীৰ লগত সাক্ষাৎ কৰি ই-এ-ছি বা ছব-ডেপুটি কামৰ কাৰণে কৈছোঁ। আপোনাৰ কথা কৈ মোৰ সবিশেষ চিনাকি দিয়াত তেখেতসকলে বিবেচনা কৰি চাব বুলি মোক আশ্বাস দিছে। এইবিলাক কামৰ প্ৰাৰ্থীৰ কাৰণে কোনো জাননী অসম গৱৰ্ণমেণ্টে আজিলৈকে দিয়া নাই। যেতিয়া জাননী দিয়ে তেতিয়া দৰখাস্ত দিবৰ কাৰণে তেখেতসকলে মোক পৰামৰ্শ দিছে। আশা কৰোঁ, মই ই-এ-ছি কাম এটা পাবলৈ নিশ্চয় সমৰ্থ হম। মই ভালে আছোঁ। আইক মোৰ কাৰণে কোনো চিন্তা কৰিবলৈ নিদিব। ঘৰৰ কুশল-মঙ্গল জনাই কৃতাৰ্থ কৰিব।

ইতি—

সেৱক

শ্ৰীঅৰুণ

বৰুৱাই এই চিঠিখন মিছা কথাৰে ভৰপূৰ কৰি লিখি চিঠিখন ডাক-বাকচত সুমুৱাই দিব নে নিদিব তাকে ভাবি দোধোৰমোৰত পৰিল। যাৰ আগত অৰুণে আজি অতদিনে মিছা কথা একাষাৰ কোৱা নাই, সেইজন দেৱতুল্য দেউতাকলৈ কেনেকৈ মিছা কথা লিখা চিঠিখন দিয়ে! আকৌ ভাবিলে সিতো এইদৰে কাকো প্ৰতাৰণা কৰিব খোজা নাই, সি কেৱল নিজৰ উন্নতিৰ পথটোহে পৰিকাৰ কৰি লব খুজিছে! তাৰ বিবেকৰ ভিতৰত এখন থৈয়া-নথৈয়া ৰণ লাগিবলৈ ধৰিলে। কিছু সময়ৰ পাছত সি অনুভৱ কৰিলে তাক যেন কাণে কাণে কোনোবাই কৈ গল—উদ্দেশ্য সজ হলে মিছা কোৱাত কোনো দোষ নাই, কিন্তু অসৎ উদ্দেশ্য লৈ সঁচা কথা কোৱাও গহিত কাম। অৰুণৰ মনত এটি নতুন প্ৰেৰণাৰ সঞ্চাৰ হল। তাৰ দৃঢ় প্ৰতিজ্ঞা হল, যি কোনো উপায়ে হওক সি



পুলিচৰ কামত সোমাবই। আৰু বেছি ভাবিব নোৱাৰিলে, চিঠিখন ডাক-বাকচত সুমুৱাই দি নিশ্চিন্ত মনে শুই থাকিলহি।

আই-জি-পি অফিচত বৰুৱাৰ এজন চিনাকি এচিষ্টেণ্ট আছিল। পাছদিনা তেওঁ সেই এচিষ্টেণ্টজনৰ পৰা জানিব পাৰিলে যে অসম চৰকাৰে প্ৰত্যেক জিলাৰ পৰা সেইবাৰলৈ তিনিজনকৈ দাৰোগা লব বুলি গেজেটত ঘোষণা কৰিছে। দৰ্খাস্ত দিয়াৰ শেষ দিন ৩০ ছেপ্টেম্বৰ।

কোনোবাই দাৰোগাৰ কামৰ প্ৰাৰ্থী হৈ জিলাৰ পুলিচ অফিচত দৰ্খাস্ত দিলে তেওঁৰ জিলাত বহা বৰ্ডত উপস্থিত হবলৈ খবৰ দিয়া হয়। বৰুৱাৰ শ্বিলঙত আৰু দুই-চাৰিদিন থাকিবৰ ইচ্ছা আছিল। কিন্তু গেজেটৰ খবৰটোৱে তেওঁক সোনকালে গুৱাহাটীলৈ উভতিবলৈ বাধ্য কৰিলে। নানা ভাব-চিন্তাৰ মাজেদি সেইদিনা ৰাতিটো হোটেলত কটাই পাছদিনা পুৱা আকৌ গুৱাহাটী বুলি যাত্ৰা কৰিলে।

গুৱাহাটী পায়েই বৰুৱাৰ বন্ধু তৰুণ বৰালৈ মনত পৰিল আৰু মনত পৰিল নমিতাৰ "কেতিয়া আহিব" কথাষাৰিলৈ। গুৱাহাটীলৈ উভতি আহোঁতে তেওঁ গুৱাহাটীত নেথাকি পোনে পোনে তৰুণ বৰাহঁতৰ ঘৰলৈ যাবলৈ বৰাই অনুৰোধ কৰি কৈছিল। গুৱাহাটী পাই অৰুণে তৰুণহঁতৰ ঘৰলৈ যোৱা উচিত হবনে নহব ভাবিবলৈ ধৰিলে। অৰুণে আগৰে পৰা নমিতাৰ ব্যৱহাৰত অলপ ক্ষুণ্ণ হৈ আহিছিল। এইবাৰ আকৌ নমিতাহঁতৰ ঘৰলৈ গলে নমিতাই কি ভাবিব বুলি তেওঁ মনত সঙ্কোচ বোধ কৰিলে। এই সময়ত নমিতাহঁতৰ তালৈ যোৱাটো উচিত নহয় বুলি স্থিৰ কৰি বৰুৱা গ্ৰেণ্ড হোটেললৈ গৈ তাতে বল।

সেই সময়ত কামৰূপ জিলাৰ পুলিচ চাহাব আছিল সুৰেন চলিহা। তেওঁৰ ঘৰ শিৱসাগৰত। পুলিচ বিভাগত কাম কৰা

তেওঁৰ প্ৰায় কুৰি বছৰ হৈছে। এই সম্পৰ্কে পুলিচ চাহাবৰ লগত দেখা কৰাটো উচিত বুলি বিবেচনা কৰি বন্ধু তৰুণ বৰাৰ মতামত লবৰ কাৰণে তেওঁক মাতি পঠিয়ালে। অৰুণ বৰাৰ অহাৰ বাতৰি পাই তৰুণ বৰা গ্ৰেণ্ড হোটেললৈ গৈ বৰুৱাৰ লগত কথা-বতৰা হল। পুলিচ চাহাবৰ লগত দেখা কৰাটো উচিত বুলি তৰুণ বৰায়ো কোৱাত বৰুৱাই আৰু বিশেষ পলম কৰা উচিত নহয় বুলি পিছদিনাই দেখা কৰিবলৈ মনস্থ কৰিলে। সেইমতে বৰুৱা পাছদিনা হোটেলত খাই-বৈ উঠি পৰিপাটি হিচাপে কোট-পেণ্ট আদি পিন্ধি ঠিক দহ বজাত পুলিচ চাহাবৰ অফিচলৈ গল।

সুসজ্জিত পুলিচ চাহাবৰ অফিচ। যেই সেই মানুহে হঠাতে তাত সোমাবলৈ ভয় কৰে। পুলিচ চাহাবে তেওঁৰ খোঁটালীত বহি হেডক্লাৰ্কে পেচ কৰা ফাইলবিলাকত চহী কৰি আছিল। সেই সময়তে অৰুণ বৰুৱা গৈ চাহাবৰ অফিচ ঘৰৰ দুৱাৰমুখত উপস্থিত হল। তাত গৈ অৰুণ বৰুৱাই দেখিলে যে দুই-তিনিজন কেৰাণীয়ে হাতত নটাকৈ কিছুমান ফাইল লৈ বাৰাণ্ডাতে থিয় হৈ আছে। আৰু দেখিলে এজন দাৰোগাই এজন কনিষ্টবলৰ সৈতে এটা ভেড়া-ছাগলীৰ ডিঙিত পঘা এডাল লগাই ধৰি আছিল। সেই দাৰোগা-জনেই টাউন দাৰোগা হব পায়। ছাগলীটোৰ পিঠিৰ নোমবিলাকত ফুলিচকেপ কাগজৰ আধা আকাৰত 'লিফলেট' এখন সূতাৰে সি থোৱা আছিল। সেই 'লিফলেট'খনত লিখা আছিল "বৃটিছ, কুইট ইণ্ডিয়া"। দেখি তেওঁৰ মনটো একেবাৰে সেমেকি গল। তেওঁ বুজিবলৈ বাকী নেথাকিল যে ভাৰত জুৰি হোৱা অসহযোগ আন্দোলনৰেই ই এটা হেন্দোলনি।

সেই সময়ত সমগ্ৰ ভাৰত জুৰি যি অসহযোগ আন্দোলনৰ ঢউ উঠিছে তাৰ হেন্দোলনিত সসাগৰা পৃথিৱীৰ অধীশ্বৰ বৃটিছ সিংহাসনো কঁপি উঠিছে। ভাৰতৰ কংগ্ৰেছী দলে মহাত্মাৰ নিৰ্দ্দেশ



মতে বিলাতী বস্ত্ৰ বৰ্জ্জনৰ নিমিত্তে পতা বস্ত্ৰমেধ যজ্ঞৰ ধোঁৱা এতিয়াও ভাৰতৰ আকাশৰপৰা আঁতৰ হোৱা নাই। বিদেশী শিক্ষাই ভাৰত-বাসীক অকৰ্ম্মণ্য কৰি তোলা দেখি অসংখ্য স্কুল-কলেজৰ ছাত্ৰই শিক্ষালয় পৰিত্যাগ কৰি মহাত্মাৰ অসহযোগ আন্দোলনৰ মহাযজ্ঞত যোগদান দিছে। স্বাধীনচেতা ভাৰতবাসীয়ে আজি ইংৰাজ শাসনৰ পৰা সম্পূৰ্ণ মুক্ত হবৰ অভিপ্ৰায়েৰে ইংৰাজ-প্ৰতিষ্ঠিত ন্যায়ালয় পৰিত্যাগ কৰি গাঁৱলীয়া পঞ্চায়ত পাতি নানা প্ৰকাৰ অভিযোগৰ বিচাৰ নিষ্পত্তি কৰিছে। মদ, ভাং, কানি আদি মাদক দ্ৰব্য বৰ্জ্জনৰ কাৰণে ঠায়ে ঠায়ে সভা-সমিতি পতাত স্কুল-কলেজৰ ছাত্ৰৰ পৰিশ্ৰম দেখিলে কাৰ পুতৌ নহৈ থাকিব পাৰে? মাদক দ্ৰব্য বৰ্জ্জনত আজি সকলো প্ৰতিজ্ঞাবদ্ধ।

কিছুমানে আকৌ গান্ধীৰ অহিংস নীতি অমান্য কৰি জন-সাধাৰণক উত্তেজিত কৰি ফুৰিছে। আজি সমগ্ৰ ভাৰততে বিদ্ৰোহৰ মহা অগ্নি দপ্‌দপকৈ জলি উঠিছে, ভাৰতত আজি কেউফালে হাঁহাকাৰৰ ধ্বনি। বিদ্ৰোহৰ কোপানলত পৰি স্কুলঘৰ, ডাক-বঙলা আদি চৰকাৰী ঘৰবিলাক যে অগ্নিত ভস্মীভূত হৈছেই, তাৰ উপৰিও ৰেলৰ লাইন ধ্বংস কৰাৰ ফলত যাত্ৰীবাহী ৰেল বাগৰি অসংখ্য মানুহ মৃত্যুৰ মুখত পৰিছে। চৰকাৰী আমোলাতান্ত্ৰিক শাসনযন্ত্ৰ যাতে অচল হয়, তাৰ নিমিত্তেও যত্নৰ ত্ৰুটি কৰা নাই—চৰকাৰী চাকৰিয়ালসকলক হাটে-বজাৰে বস্তু বিক্ৰী নকৰিবলৈকো কংগ্ৰেছ কৰ্ম্মীসকলে জোৰেৰে প্ৰচাৰকাৰ্য্য চলাই ফুৰিছে।

কেৱল স্কুলৰ ছাত্ৰ-ছাত্ৰীসকল নাইবা কংগ্ৰেছ কৰ্ম্মীসকলেই যে এই বিদ্ৰোহাগ্নি ভয়ঙ্কৰভাৱে জ্বলাই তুলিছে—এনে নহয়, সৰু সৰু লৰা-ছোৱালীবিলাকেও "বৃটিছ, কুইট ইণ্ডিয়া" বুলি ধ্বনি কৰি কৰি সমদল কৰা দেখিলে, কোনে এই বিদ্ৰোহাগ্নিত জঁপিয়াই

ন্‌পৰাকৈ থাকিব পাৰে? গুৱাহাটীৰ কোনোবা ভলণ্টিয়াৰে ভোবোলা ছাগলীটোৰ পিঠিত থকা প্ৰচাৰ-পত্ৰিকাখনত "বৃটিছ, কুইট ইণ্ডিয়া" বুলি লিখি কাগজখন ছাগলীটোৰ পিঠিৰ নোমবিলাকত সি চাৰ্চ ফিল্ডত মেলি দিছিল। সেই ছাগলীটো তাতে পাই দাৰোগাই লৈ আহি পুলিচ চাহাবক দেখুৱাবৰ কাৰণে বাৰাণ্ডাতে থিয় হৈ ৰৈ আছে। হেডক্লাৰ্ক ওলাই অহাৰ পাছত আন আন কেৰাণীবিলাক এজনৰ পাছত আনজনে গৈ তেওঁলোকৰ 'ফাইল'ৰ কাম কৰি আহিল। তেতিয়া সময় ছাৰে এঘাৰ পাৰ হৈ গৈছে।

অৱশেষত টাউন দাৰোগাই ছাগলীটো টানি লৈ গৈ চাহাবৰ কোঠালীত সোমাল। টাউন দাৰোগাৰ সৈতে চাহাবৰ বহুত কিবা-কিবি কথা হল। কথাৰ ভিতৰত হাঁহিৰ খিলখিলনি উঠিছিল যদিও তেওঁলোকে কি কথা পাতিছিল সেইবিলাক বৰুৱাই হলে একোকে শুনা নেপালে। টাউন দাৰোগা ছাগলীটোৰ সৈতে ওলাই আহিলত বৰুৱা টপ কৰে গৈ চাহাবৰ আগত উপস্থিত হল। তেতিয়া ঠিক বাৰ বাজিছে। চাহাবে দুপৰীয়া আহাৰ কৰিবৰ কাৰণে ঘৰলৈ যাবলৈ বুলি মাচিয়াখনৰপৰা উঠি থিয় হওঁতেই বৰুৱা চাহাবৰ ওচৰ পাইছিল। চাহাবে বৰুৱাক দেখি পুনৰ মাচিয়াত নবহি থিয়ৈ থিয়ৈ জুৰভাৱে কলে—"এতিয়া কথা হবলৈ মোৰ সময় নাই। যদি কিবা কবলগীয়া আছে তেন্তে কালি ৰাতিপুৱা ৮ বজাত মোৰ বঙলাত গৈ দেখা কৰিবা। চাহাবৰ কথা শুনি বৰুৱাই "ভাল চাৰ!" বুলি সন্মতি জনালে। চাহাব তেতিয়াই কোঠালীৰ পৰা ওলাই মটৰত উঠি বঙলালৈ গল। বৰুৱায়ো পাছতে হোটেল বুলি খোজ ললে।

## ( ৬ )

পুলিচ চাহাবৰ প্ৰকাণ্ড বঙলা। বঙলাৰ সমুখৰ ফালে এখন



আহল-বহল বাৰাণ্ডা। সেই বাৰাণ্ডাৰে এমূৰত এটা বুজন ধৰণৰ কোঠালী। কোঠালীটোৰ সমুখৰ ফালে আইনা লগোৱা এখন ডাঙৰ খিড়িকী। কোঠালীটোলৈ সোমাবৰ কাৰণে বাৰাণ্ডাইদি এখন দৰজা আছে। এই দৰজাৰ বিপৰীত ফালেও এখন খিড়িকী। কোঠাটোৰ ভিতৰত চাৰি ফুট দীঘল আৰু তিনি ফুট পুতলৰ এখন সুন্দৰ মেজ। মেজৰ দুফালে দুখন চকী। চাহাবে পদূলিৰ ফালে মুখ কৰি তাৰে এখন চকীত বহি লিখা-পঢ়া কাম কৰে। বঙলালৈ কোনোবা আহিলে চাহাবে বহা ঠাইৰ পৰাই খিড়িকীয়েদি সকলো দেখে। চাহাবৰ সোঁফালৰ বেৰত আওজাই ৰখা দুটা আলমাৰী। আলমাৰী দুটা কাগজৰে ভৰপূৰ। কোনোবাই দেখা কৰিবলৈ আহিলে চাহাবে মানুহ বুজি সমুখত থকা চকীখনতে বহিবলৈ দিয়ে।

ৰাতি পুৱাৰ লগে লগে শুই উঠি চাহাবে প্ৰাতঃকৃত্য শেষ কৰি ৰিজাৰ্ভলৈ গৈ পুলিচ ফোৰ্চৰ পেৰেড লয়। ৰিজাৰ্ভ অফিচত কাগজ-পত্ৰ "ডিচ্‌পজ অৰ" কৰি ছাৰে সাত বজাৰ আগতে বঙলালৈ উভতি আহে। চাপ্ৰাচীয়ে ডাকযোগে অহা কাগজ-পত্ৰবিলাক ডাকঘৰৰপৰা আনি চাহাবৰ বঙলাৰ মেজৰ ওপৰত থয়। চাহাবে আঠমান বজাত সেই 'অফিচ-ৰুম'ত বহি ডাকত অহা কাগজবিলাক খুলি চাই কাগজখনৰ কোণত চহী কৰি 'বাস্কেট'ত থয়। কাগজ-পত্ৰ চোৱাৰ লগে লগে ছাৰে আঠমান বজাত অফিচতে বহি চাহ এপিয়লা খোৱা তেওঁৰ নিয়ম। সেই চাহপিয়লা প্ৰায়েই তেওঁৰ ছোৱালী মিনতিয়েই আনি দিয়ে। মিনতি চলিহাৰ প্ৰথমা কন্যা, মৰমৰ জীয়ৰী। আই-এ পঢ়ে। বয়স ওঠৰত সোমাইছে। স্বাস্থ্যৱান ছোৱালী, দেখিবলৈ ধুনীয়া, গাৰ বৰণ গৌৰ। ওখত নিয়মীয়া। সুন্দৰ মুখশ্ৰীৰে সাপনেজীয়া দীঘল কিচকিচীয়া চুলিতাৰিৰে, মিনতিৰ ৰূপ চালে চকু জুৰায়। মিচিকিয়া হাঁহিৰ মাজেদি ডালিম-

গুটীয়া দাঁত দুপাৰি দেখিলে কাৰনো বেথা নলগাকৈ থাকে ? মুঠতে কবলৈ গলে মিনতি জাকত জিলিকা ছোৱালী আছিল ।

পুলিচ চাহাবৰ কথামতে অৰুণে ৰাতিপুৱাই শুই উঠি হাত-মুখ ধুই, শৌচ-সদাচাৰ কৰি চাহ-জলপান খাই ললে । তেতিয়া তেওঁৰ ডাঁৰি-গোঁফ ঠুঁটিয়াইছেহে, মুখুবালেও হলহেঁতেন ; তথাপি 'চেফটি ৰেজাৰ'খন গাল দুখনত আৰু ধুঁতৰিত ঘূৰাই লৈ চাবোনেৰে মুখখন ধুই ললে । জবাকুসুম তেল অলপ পানীৰে সৈতে মিহলি কৰি চুলিত সানি লৈ মূৰটো চুচি ললে । ধোবাই ধোৱা বগা কামিজ এটা আৰু বগা লংপেণ্ট এটা পিন্ধি চাহাবক দেখা কৰিবলৈ গল । চাহাবৰ বঙলালৈ যাওঁতে আনন্দ মনেৰেই গৈছিল, কিন্তু তেওঁ চিন্তাৰ এটা গধুৰ বোজা মূৰত লৈ যাব লগা হৈছিল । চাহাবে যদি তেওঁৰ ঘৰ ক'ত আৰু দেউতাকৰ নাম কি বুলি সোধে, তেন্তে তেওঁ কি উত্তৰ দিব ! চাহাবে নিশ্চয় তেওঁৰ দেউতাকক চিনি পায় । দেউতাৰ পৰিচয় দিলে হয়তো তেওঁক চাকৰিত সোমাবলৈ বাধা দিবও পাৰে, নাইবা চিঠিৰ দ্বাৰা দেউতাৰ মতামতো লব পাৰে! ইয়াকে এইদৰে ওবেবাটে ভাবি-গুণি গৈ থাকি শেষত অৰুণে ঠিক কৰিলে যে পাচত যি হয় হব, সম্প্ৰতি তেওঁ দেউতাকৰ পৰিচয় নিদিয়াটোৱেই শ্ৰেয়ঃ । এইবিলাক কথাকে ভাবি-গুণি যাওঁতে বৰুৱাই বাটত দুই-তিনিজন মানুহৰ গাত খুন্দা খাইছিল, কিন্তু অৰুণে সকলোৰে ওচৰত ক্ষমা খুজি খুজি গৈছিল ।

চাহাবৰ বঙলাৰ পদূলিমুখ পোৱাৰ লগে লগে অৰুণে তেওঁৰ হাত-ঘড়ীটোলৈ চাই দেখিলে যে আঠ বাজিবলৈ আৰু দহ মিনিট বাকী । নিৰ্দ্ধাৰিত সময়ৰ আগেয়ে গলে চাহাবে আমনি পাব পাৰে বুলি ভাবি সেই সময়খিনি কটাবলৈ বুলি পদূলিৰ ওচৰতে অলপ সময় থিয় দি থাকিল । ঠিক আঠ বজাত পদূলি সোমাই বঙলালৈ আগবাঢ়িল । চাহাবে বৰুৱাক খিড়িকীয়েদি দেখা পাই তেওঁ বাট



ভুল কৰে বুলি আগবঢ়াই আনিবলৈ চাপ্ৰাচীটোক পঠিয়াই দিলে । চাপ্ৰাচীজন বৰুৱাৰ ফালে যোৱা দেখি তেওঁৰ সন্দেহ হল—বিনা অনুমতিত চাহাবৰ বিৰাট হাউলিত সোমোৱাত কিবা অপৰাধ হল নেকি বা ! পিচে চাপ্ৰাচীটোৱে ওচৰলৈ গৈ চাহাবৰ কোঠালীটো দেখুৱাই দি তালৈ চাহাবে মাতিছে বুলি কোৱাতহে বৰুৱাৰ মনটো উলাহত নাচি উঠিল । বৰুৱাই চাপ্ৰাচীটোৰ পাচে পাচে গৈ চাহাবৰ কোঠালীৰ দুৱাৰমুখ পাই হাত দুখন যোৰ কৰি কপাললৈ তুলি নমস্কাৰ জনালে । চাহাবে মূৰটো দুপিয়াই প্ৰতিনমস্কাৰ জনাই 'ভিতৰলৈ সোমাই আহা' বুলি কৈ চকীখন দেখুৱাই দি 'বহা' বুলি কলে । বৰুৱা ভিতৰলৈ গল, কিন্তু চকীত নবহিল, তেওঁ চকীখনৰ কাষতে থিয় হৈ থাকিল । চাহাবেও আৰু দ্বিতীয়বাৰ বহিবলৈ নকৈ আই-জি-পি আৰু ডি-আই-জিৰপৰা ডাকত অহা কাকত-পত্ৰবিলাক পঢ়াত ব্যস্ত থাকিল ।

চাহাবৰ ভাগৰ-পলোৱা চাহপিয়লা খাবৰ সময় হল । মিনতিয়ে এহাতে এখন প্লেটৰ ওপৰত চাহৰ পিয়লাটো আৰু আন হাতে প্লেট এখনত কেক এটা আনি দেউতাকৰ মেজৰ ওপৰত থলে । মিনতিয়ে দেউতাকৰ মেজৰ কাষত থিয় হৈ থকা অৰুণক দেখি ভাবিলে এওঁক যেন মিনতিয়ে কেতিয়াবা ক'ৰবাত দেখিছে! অকল দেখাই নহয়, তেওঁৰ লগত যেন কিবা এটা সম্বন্ধ আছে! মিনতিয়ে দেউতাকৰ বাওঁফালে অলপ পিচুৱাই গৈ অৰুণৰ ফালে ৰ লাগি চাই থাকিল । চাহাবে ভাবিলে অৰুণক দেখি মিনতি তাৰ পৰা ওলাই গল ।

সঁচাকৈয়ে যতে ৰাতি হয় তাতে বাঘৰ ভয় । চাহাবে চাহৰ পিয়লা মুখত দিয়াৰ লগে লগে তেওঁৰ নাম কি, ঘৰ ক'ত, দেউতাকে কি কৰে ইত্যাদি কথা এটা এটাকৈ এফালৰ পৰা অৰুণক সুধি যাবলৈ ধৰিলে । অৰুণে বাটতে ভাবি-চিন্তি স্থিৰ কৰি অহামতে সঁচাই-মিছাই মিহলি কৰি প্ৰশ্নৰ উত্তৰ দি যাবলৈ ধৰিলে । তেওঁ

কলে—"মোৰ নাম অৰুণ বৰুৱা, ঘৰ ৰহাত। দেউতা স্থানীয় এম-ই স্কুলৰ শিক্ষক আছিল। আজি দুবছৰমান হল, কামৰপৰা অৱসৰ লৈছে। মই যোৱা পৰীক্ষাত বি-এ পাছ কৰিছোঁ। এম-এ আৰু ল পঢ়িবলৈ ইচ্ছা আছিল, কিন্তু খৰচৰ অভাৱত পঢ়িব নোৱাৰিলোঁ। বি-এৰ ফলাফল প্ৰকাশ হবৰ পৰাই ঘৰতে বহি কাল কটাইছোঁ। পুলিচ বিভাগত কাম কৰিবৰ কাৰণে মোৰ প্ৰবল ইচ্ছা। চাহাবে দয়া কৰি দাৰোগাৰ কাম এটা দিলে পৰম উপকৃত হম।"

চাহাবে অৰুণৰ কথা চিন্তা কৰি মাজে মাজে দুই-এচোক চাহ খাইছিল আৰু সিদিনা ডাকত অহা দুই-এখন কাগজো পঢ়িছিল। চাহাবে তলমূৰকৈ কাগজ চাওঁতে অৰুণে দুই-এবাৰ মিনতিলৈ দৃষ্টিবাণ নিক্ষেপ কৰিছিল। মিনতিয়েও অৰুণৰ ফালে একেবাৰে চাই চাই শেষত ভাবি পালে যে তাহানি ছাতিটো দিয়া ডেকা এইজনেই। চাহাবে অৰুণক একো সমিধান নিদিয়াৰ আগেয়ে মিনতিয়ে টপকৈ কলে—"কেলেই, আপোনাৰ ঘৰ ডিব্ৰুগড়ত হে? তাহানিখন আপুনি জজফিল্ডত দিয়া ছাতিটো মই ওভোতাই দিবলৈ যাওঁতে আপুনি দেউতাকৰ টেলিগ্ৰাম পাই নিজ ঘৰ ডিব্ৰুগড়লৈ যোৱা বুলি কলেজ ছাত্ৰাবাসৰ লৰাবিলাকৰপৰা শুনিছিলোঁ নহয়! মই ছাতিটো দিব নোৱাৰি আকৌ ঘূৰাই আনিছোঁ; সেইটো এতিয়াও আমাৰ বঙলাতে আছে।"

মিনতিয়ে লেঠাৰি নিছিগাকৈ কৈ থকাত চাহাবে মাত মাতিবলৈ সুৰুঙাকে নেপালে। অৰুণে ছাতিটোৰ কথা অস্বীকাৰ কৰা উচিত নহয় বুলি ভাবি কলে—আমাৰ ঘৰ ডিব্ৰুগড়ত নহয়, ৰহাত হে। দেউতাৰ পেটৰ অসুখ হৈছিল। মই বি-এ পৰীক্ষা দিয়াৰ কিছুদিনৰ আগতে অস্ত্ৰোপচাৰ কৰিবৰ কাৰণে খুড়াদেউহঁতে দেউতাক ডিব্ৰুগড়লৈ লৈ গৈছিল। অস্ত্ৰোপচাৰ কৰি দেউতাৰ পেটৰ শিল-বিলাক উলিয়াই পেলোৱাতহে দেউতাই আৰোগ্য লাভ কৰিলে।



অস্ত্ৰোপচাৰ কৰাৰ ফলত দেউতাৰ অৱস্থা সঙ্কটজনক হোৱাৰ কাৰণে মোলৈ টেলিগ্ৰাম কৰিছিল; ইমানেই কথা।

অৰুণৰ কথা শুনি মিনতিয়ে কলে "হয় নেকি, মই আকৌ ঘৰেই ডিব্ৰুগড়ত বুলি ভাবিছিলোঁ।" মিনতিয়ে দেউতাকলৈ চাই কলে "জানিছে দেউতা, এখেত বৰ ভাল মানুহ। বৰ পৰোপকাৰী। দেউতাৰো মনত থাকিব পায়, তাহানি ধুমুহা ৰতাহত নিজৰ ছাতিটো দি গছৰ তলৰপৰা ঘৰলৈ পঠিয়াই নিদিয়া হলে কিজানি মই মৰিলোঁহেঁতেনেই। তিতিবুৰি জুৰুলি-জুপুৰি হৈ এখেতৰ ছাতিটো লৈ ঘৰলৈ অহাৰ পাচতেই আশ্ৰয় লোৱা আঁহত গছজোপাৰ প্ৰকাণ্ড ডাল এটা ভাঙি পৰাৰ কথা মনত পৰিলে গাৰ নোম এতিয়াও ডাল ডাল হৈ শিয়ঁৰি উঠে। এখেত গ্ৰেজুৱেট, স্বাস্থ্যৱান ডেকা। এখেতক দাৰোগাৰ কাম এটা দিয়াত নো কি আপত্তি থাকিব পাৰে?"

মিনতি দেউতাকৰ বৰ মৰমৰ জীয়াৰী। মিনতিয়ে কোৱা কথা দেউতাকে প্ৰায়েই শুনিছিল। জীয়েকে উপযুক্ত বুলি কোৱাত চাহাবে অৰুণক দাৰোগাৰ কাম এটা দিবলৈ চেষ্টা কৰিব বুলি আশ্বাস দিলে। লগে লগে এখন আবেদন-পত্ৰ দিবলৈ অৰুণক কলে। পূৰ্ব্বৰ উপকাৰ সুঁৱৰি অৰুণক এপিয়লা চাহ খুৱাই পঠিয়া-বলৈকো চাহাবে জীয়েকক কলে আৰু অৰুণকো মাজে-সময়ে বঙলালৈ আহি থাকিবলৈ কলে।

দেউতাকে অৰুণক তেওঁলোকৰ বঙলালৈ আহি থাকিবলৈ কোৱাত মিনতিৰ আনন্দই হিয়া নধৰা হল। অৰুণে নমস্কাৰ কৰি চাহাবৰ ওচৰত বিদায় লোৱাৰ পাচত মিনতিয়ে অৰুণক লৈ গৈ বাৰাণ্ডাতে থকা এখন চকীত বহিবলৈ দি ভিতৰলৈ গল। সেই সময়ত মিনতিৰ মাকে গা-ধোৱা ঘৰত সোমাই গা ধুবলৈ বুলি পানী ঢালোতেই মিনতিয়ে মাত লগালে "আই! তাহানি ধুমুহাৰ দিনা

ছাতি দি সহায় কৰা ল'ৰাজন আহিছে।" গা ধোৱাত ব্যস্ত মাকে বেছি কথালৈ নগৈ কলে "সেই ছাতিটো আলনাৰ পাছফালে আছে, মই যাব নোৱাৰোঁ, তয়ে দি দে।" মিনতিয়ে মাকৰ কথা শুনি কলে "নহয় আই, তেওঁক অলপ চাহ-জলপান খুৱাই পঠিয়ালেহে ভাল হব বুলি দেউতাই কৈছে।"

মাকে কলে "এৰা হয়তো, উপকাৰী ল'ৰা। তেন্তে ৰাতিৰামক চাহ কৰি দিবলৈ ক। খাদ্যাধাৰটোত কেক্-বিস্কুটৰ লগতে কেখনমান তিল-পিঠাও আছে, মালভোগ কলো আছে। তয়ে এখন থালত যেনেকৈ পাৰ সকলো যতনাই দে, কামৰপৰা মই আহৰি হবলৈ কিমান পৰ লাগে ঠিকনা নাই। মোলৈ বাট চাব নেলাগে।"

ৰাতিৰাম মিনতিহঁতৰ ৰান্ধনি। মিনতিৰ দিহামতে সি চাহ এপিয়লা কৰি আনি বাৰাণ্ডাতে এখন টিপয়ৰ ওপৰত দিলেহি। মিনতিয়ে এখন থালত দুটা কেক্, দুখন বিস্কুট, দুখন তিল-পিঠা আৰু দুটা বৰ ডাঙৰ মালভোগ কল আনি দিলে। লগতে গামোচা এখন আৰু চেঁচা পানী এগিলাচ দিবলৈকো নেপাহৰিলে।

অৰুণে হাত-মুখ ধুই গামোচাৰে হাত-মুখ মচি মিনতিক কলে "আপুনি মোক সহায় নকৰিলে মই ইমানবিলাক খাব নোৱাৰিম।"

মিনতিয়ে হাঁহি মাৰি টপকৈ উত্তৰ দিলে—"কেলেই সহায় নকৰিম। আপুনি নিজে তিতি-বুৰিও ছাতি দি সহায় কৰিছিল। এতিয়া মই মুখত কেক্ আৰু পিঠা কেইখন তুলি দিব নোৱাৰিম নে? মই জলপানখিনি তুলি তুলি মুখত সুমুৱাই দিব পাৰিম, কিন্তু আপুনি নিগিলিলে মই কি কৰিম।"

মিনতিৰ কথা শুনি অৰুণ অপ্ৰস্তুত হল। মিনতিয়ে যে তেওঁক এইদৰে জব্দ কৰিব, ভবাই নাছিল। তেওঁ সেপ ঢুকি কলে "নহয়, মই সেইটো কোৱা নাই; ইয়াৰ আধা তুমি নেখালে মই সকলোখিনি খাই শেষ কৰিব নোৱাৰিম।"



মিনতিয়ে কলে "মইতো আপোনাৰ অৰ্দ্ধাঙ্গিনী নহয় যে আপোনাৰ আধা ভাগ লম" বুলি কৈয়েই খিলখিলকৈ হাঁহি দিলে। বেচেৰা অৰুণ নিৰুপায় হল। তেওঁ ডেৰঘণ্টামানৰ আগেয়ে পেট ভৰাই চাহ-জলপান খাই আহিছে বুলি কৈ তিলপিঠা দুখন আৰু কল দুটাৰে চাহপিয়লা খায়েই খোৱা সিমানতে শেষ কৰিলে।

অৰুণে চাহ খাই অতোৱাৰ পাচত মিনতিয়ে কলে "আপুনি ধুমুহাৰ দিনা মোক দিয়া ছাতিটো দিওঁ বুলি ভাবিছিলোঁ, পিচে নিদিওঁ। এই ছাতিটো সেই কৰুণ-কাহিনীৰ সোঁৱৰণী হিচাপে মই সদায় মোৰ চকুৰ আগত ৰাখিবলৈ বাঞ্ছা কৰোঁ। যোৱা কেই-মাহত ছাতিটো চকুত পৰিলেই আপোনাৰ মহানুভৱতালৈ মনত পৰে। ছাতিটোৰ কাৰণেই আজি আপোনাক অভ্যৰ্থনা কৰাৰ সৌভাগ্য মোৰ মিলিল।"

মিনতিৰ কথা শুনি অৰুণে কলে "মই ছাতিটো বিচাৰি অহা নাই আৰু ইয়াক দিলেও মই নিনিওঁ। এই ছাতিটো আপোনাৰ প্ৰয়োজনৰ কাৰণেহে প্ৰস্তুত হৈছিল, মোৰ কাৰণে নহয়; নহলে এই ছাতিটোৰ দ্বাৰা আপোনাৰ এনে উপকাৰ নহলহেঁতেন। পূৰ্ব্বতে এই ছাতিটো আপোনাৰেই আছিল, মই মাত্ৰ কেইদিনমানৰ কাৰণে তত্ত্বাবধাৰক হিচাপেহে আছিলোঁ।"

অৰুণৰ এনে তাৎপৰ্য্যপূৰ্ণ কথা শুনি মিনতি মুগ্ধ হল। এই কথাৰ ৰহস্য উত্তৰ দিবলৈ মিনতিয়ে আৰু বিচাৰি নেপালে। শেষত কলে "এই ছাতিটো দিয়া আৰু নিয়া সম্পৰ্কে দুয়োজনৰ সিদ্ধান্ত শেষত এটাই হল যেতিয়া সিয়ে পৰম সন্তোষৰ কথা।"

তেতিয়া ৯।। বাজি গল। মিনতিৰ কলেজলৈ যাবৰ সময় ওচৰ চাপিলেহি। অৰুণে "আপোনাক কষ্ট দিলোঁ, বেয়া নেপাব" বুলি বিদায় লবলৈ থিয় হোৱাত মিনতিয়ে কলে—"আপুনি হবলা অতিথি সৎকাৰ কৰিলে বেয়া পায়? আপুনি মোক কি কাৰণত

'আপুনি' 'আপুনি' বুলি সম্বন্ধ লগাইছে ! মোক জানো 'আপুনি' বুলিলে শুৱায় ?''

অৰুণে কলে ''মই বাৰু ইয়াৰ পাচত আহিলে 'তুমি' বুলিবলৈ ঘৰতে আওৰাই আহিম। কলেজীয়া ছাত্ৰীক 'তুমি' বুলিবলৈ অভ্যাস কৰিব লাগিব।''

এনেতে মিনতিৰ মাক ওলাই আহিলত অৰুণে নমস্কাৰ জনালে। মিনতিৰ মাকে ''চাহ খালানে'' বুলি সোধাত অৰুণে ''হয়, খোৱা হৈছে'' বুলি সমিধান দি বিদায় ললে। অৰুণে থাক তিনটা নামি বাট পোৱালৈকে মাক-জীয়েকে চাই আছিল। মিনতিৰ মনত স্বাভাৱিকতে ভালপোৱাৰ ভাবে ঠাই লোৱাত মাকক কৈছিল ''আই লৰাটো ভাল নহয় নে ?'' মাকেও আন কথা নেভাবি কলে ''এৰা ভালেই তো।''

অৰুণ যোৱাৰ পাচত মিনতিয়ে ভাবিলে—মই দেউতাৰ কামৰ ঠাই সলনিৰ লগে লগে বহু ঠাই ঘূৰিলো, বহুত লৰা দেখিলোঁ, কিন্তু অৰুণৰ নিচিনা অমায়িক লৰা কতো নেদেখিলোঁ। অৰুণৰ লগত কথা পাতি মোৰ ইমান ভাল লাগিল কিয় !!

হোটেললৈ উভতি যাওঁতে অৰুণেও ভাবিলে—কলেজত পঢ়া কালচোৱৰত কত ছোৱালীয়ে মোৰ পাচ লৈছিল, কিন্তু কোনো এজনী ছোৱালীৰ প্ৰতি মোৰ অনুৰাগ নেবাঢ়িল। কিন্তু মিনতিৰ কাৰণে মোৰ মনটোৰ ইমান টান কিয় ! মিনতি মোৰ জীৱন সঙ্গিনী হোৱাহেঁতেন মই কিমান সুখী হলোঁহেঁতেন। কিন্তু মিনতি হল এজন প্ৰখ্যাত পুলিচ চাহাবৰ জীয়ৰী ; মই হলো এজন কৰ্ম্মহীন নিবনুৱা ডেকা !! তাতে আকৌ মই এজন সাধাৰণ শিক্ষকৰ লৰা বুলিহে মিনতিহঁতৰ আগত পৰিচিত।

মিনতিৰ আৰু চাকৰিৰ কথা ভাবি ভাবি আহি অৰুণ হোটেল পালে। হোটেলত গা-পা ধুই দিনৰ আহাৰ কৰি খন্তেক বিশ্ৰাম



কৰিলে। তাৰ পাচত সোণাৰাম হাইস্কুললৈ গল। স্কুলত তৰুণক লগ ধৰি পুলিচ চাহাবক দেখা কৰাৰ কথা কলে। পুলিচ চাহাবৰ ওচৰত যে তেওঁ আত্ম-পৰিচয় গোপন কৰিছে, সেই কথাও ভাঙি-পাতি কলে। অৰুণে বন্ধু তৰুণৰ আগত সেইদিনাৰ সকলো কথা কলে কিন্তু মিনতিৰ অতিথি সৎকাৰৰ কথাখিনি হলে ঘুণাক্ষৰেও নুলিয়ালে। পাচত দুয়ো বন্ধুৱে পৰামৰ্শ কৰি এখন দৰখাস্ত লিখি থলে।

( ৭ )

পাচদিনা দহ বজাতে অৰুণে পুলিচ অফিচলৈ আহি আগ-দিনা লিখি থোৱা কামৰ আবেদন-পত্ৰখন আনি হেডক্লাৰ্কৰ হাতত দিলে। আজি-কালিকৈ ছেপ্টেম্বৰ মাহ উকলি গল। অক্টোবৰৰ ১০ তাৰিখে দাৰোগা নিৰ্ব্বাচনৰ ব'ৰ্ড ৰিজাৰ্ভ অফিচত বহিব। ব'ৰ্ডৰ সদস্যসকলে প্ৰায় ২৫ জনমান কৰ্ম্মপ্ৰাৰ্থীৰ সৈতে নানা বিষয়ে কথা-বতৰা পাতি চাৰিজন প্ৰাৰ্থীক নিৰ্ব্বাচন কৰিলে। অৰুণে পালে প্ৰথম 'নমিনেশ্যন'। ব'ৰ্ডৰ কোনো সদস্যই জানোচা তেওঁৰ দেউতাকৰ নাম-ধাম সোধে, এই বুলি অৰুণে মনত বৰ আশঙ্কা কৰি আছিল ; কিন্তু বিধি সুপ্ৰসন্ন, সেই বিষয়ে কোনো সদস্যই একো প্ৰশ্ন নকৰিলে। অৰুণ জোখ-মাখত দাৰোগাৰ কাৰণে উপযুক্ত হল। ডাক্তৰী পৰীক্ষাতো ঠিক হল, কিন্তু লেঠা লাগিল ''ভেৰিফিকেশ্যন ৰোল''খনত। সেইখনত তো দেউতাকৰ নাম আৰু ব্যৱসায় আদিৰ কথা মিছাকৈ লিখি দিব নোৱাৰে—লিখি দিলে ধৰা পৰিলে চাকৰি তো নেপাবই তদুপৰি কাৰাদণ্ডও হব পাৰে। অৰুণ নিৰুপায়। অৱশেষত অৰুণ তৰুণৰ সৈতে গৈ ৰিজাৰ্ভ ছাব-ইন্সপেক্টৰ শ্ৰীকমল কাকতীৰ ওচৰ চাপিল। কমল কাকতীৰ লগত তৰুণৰ আগৰেপৰা আত্মীয়তা আছিল। তৰুণে অৰুণৰ

সকলো কথা আগৰপৰা শুনিলৈ বিবৰি কৈ দাৰোগা কামৰ ভেৰিফিকেশ্যন বোলখনৰ বিষয়ে উপায় সুধিলে। কমল কাকতীয়ে নিৰ্ভয় দিলে। ভেৰিফিকেশ্যন বোলখনত সঁচা কথাকে লিখি দিবলৈ কোৱাত অৰুণে তাকে কৰি চহী কৰি দিলে।

কাকতীয়ে ডিব্ৰুগড় থানাৰ ভাৰপ্ৰাপ্ত কৰ্ম্মচাৰী শ্ৰীনন্দলাল দাসলৈ এখন গোপনীয় চিঠি লিখি জনালে যে শ্ৰীঅৰুণ বৰুৱাৰ ভেৰিফিকেশ্যন বোলখন গোপনে তদন্ত কৰি ওভোতাই দিবলৈ। এই সম্পৰ্কে গোপন তদন্ত কৰাৰ উদ্দেশ্য বুজাই দিলে যে শ্ৰীঅৰুণ বৰুৱাই দেউতাকৰ ইচ্ছাৰ বিৰুদ্ধে দাৰোগাৰ কামত সোমাইছে। তেওঁ দাৰোগাৰ কামত সোমাইছে বুলি দেউতাকে জানিলে আই-জিপিলৈ লিখি সেই কামৰপৰা উলিয়াই নিব পাৰে। যাতে দেউতাকে এই বিষয় অলপো সন্দেহ নেপায়, সেই বিষয় সতৰ্ক হৈ সাৱধানে গোপনে তদন্ত কৰা হয় যেন।

কাকতীয়ে লিখা মতে দাস ডাঙৰীয়াই ভেৰিফিকেশ্যন বোলখন গোপনে তদন্ত কৰি 'ভেৰিফিকেশ্যন বোলত লিখা সকলো কথা সঁচা, অৰুণ বৰুৱা কোনো ৰাজদ্ৰোহী কথাত লিপ্ত নাছিল'' বুলি লিখি দিলে। কাকতী ডাঙৰীয়াই বোলখন ফিৰৎ পাই এডিশ্যনেল এছ-পিৰ চহী লৈ অৰুণৰ চাৰ্ভিচ বুকত ফাইল কৰি ৰাখিলে। পুলিচ চাহাবে অৰুণ যে ডিব্ৰুগড়ৰ দুৰ্গাপ্ৰসাদ হাকিমৰ লৰা, গমকে নেপালে। অৰুণে দাৰোগাৰ চাকৰিত মকৰল হৈ গুৱাহাটীৰ ৰিজাৰ্ভত প্ৰশিক্ষণ লবলৈ ধৰিলে।

অৰুণৰ ডিব্ৰুগড় এৰিবৰ আজি প্ৰায় তিনি মাহ উকলি গল, ইয়াৰ ভিতৰত তেওঁ দেউতাকলৈ দুখনহে মাত্ৰ চিঠি লিখিছিল। দেউতাক আৰু মাকে কিন্তু অৰুণৰ পৰা ঘনাই চিঠি পাবলৈ আশাপালি থাকে। মাক-দেউতাৰলৈ চিঠি এখন দিয়া নিতান্ত প্ৰয়োজন বিবেচনা কৰি অৰুণে কিছুমান মিছা কথাৰে এখন চিঠি লিখিলে। চিঠিত লিখিলে—



"দেউতা, মই শ্বিলঙত কিছুদিন থাকি আপোনাৰ পৰিচয় দি কেজননান ডাঙৰ মানুহৰ লগত দেখা কৰিছোঁ। তেওঁলোকে মোৰ বিষয় বিশেষকৈ ভাবি চাব বুলি আশ্বাস দিছে। হাকিমৰ চাকৰি দিব নোৱাৰিলে এছ-ডি-ছিৰ কাম এটা দিব পৰা হব বুলি দৃঢ়ভাৱে কৈছে। এইবিলাক চাকৰিৰ নিমিত্তে অসম গৱৰ্ণমেণ্টে ঘোষণা কৰা কিছুদিন পলম হব। গতিকে মই গুৱাহাটীলৈ আহি এনেই বহি থকাতকৈ সোণাৰাম হাইস্কুলতে অস্থায়ীভাৱে এজন শিক্ষকৰ কামত সোমাইছোঁ। ইয়াৰপৰাই মন্ত্ৰীসকলৰ ওচৰলৈ গৈ কামৰ বিষয় খবৰ লৈ থাকিব পাৰিম। মই ভালে আছোঁ। আপোনালোকৰ মঙ্গল বাতৰি জনাই সুখী কৰিব।"

অৰুণে দেউতাকলৈ মিছা কথা লিখি চিঠি দিয়াত যে মনত অলপো বেয়া পোৱা নাছিল, এনে নহয়, তেওঁ কৰ্ত্তব্যৰ অনুৰোধত বাধ্য হৈহে এইদৰে মিছা কথা লিখিছিল। অৰুণে ভাবিছিল, অকাৰণতে জগতত একোৰে উত্তৱ হোৱা নাই। সময়ত কেতিয়াবা মিছা কথাৰো প্ৰয়োজন হয়। অৰুণে ভাবিছিল লোক শিক্ষাৰ কাৰণে জগতত গল্প উপন্যাস কাব্য আৰু মহাকাব্যৰ সৃজন হৈছে। সেইবিলাক দেখোন মিছা কথা! এইবিলাককে ভাবি দেউতাকলৈ মিছা কথা লিখাৰ বাবে মনত অলপ শান্তনা লভিলে। দেউতাকেও অৰুণৰ চিঠি পাই অৰুণৰ কথা বিশ্বাস কৰি মনত কিছু আনন্দ অনুভৱ কৰে।

( ৮ )

সময় কালৈকো বৈ নেথাকে। অৰুণ দাৰোগাৰ কামত মকৰল হোৱা আজি দুমাহেই হল। এই সময়ছোৱাৰ ভিতৰত তেওঁৰ মিনতিলৈ সদায় মনত পৰি থাকে। মিনতিৰ লগত দেখা কৰিবলৈ কেতিয়াবা মনত প্ৰবল হেঁপাহ জন্মে; কিন্তু জানোচা মাক-দেউতাকে বেয়া

পায়, এই ভাবি তেওঁ তাৰপৰা বিৰত থাকে। তদুপৰি এইবিলাক কথাত ফুৰিবলৈ সময়বো অভাৱ। পুলিচ কৰ্ম্মচাৰীয়ে পুৱা ৬ বজাৰ পৰা ৮ বজালৈ পেৰেড কৰিব লাগে, ৯ বজাৰ পৰা ১১ বজালৈ আৰু ১ বজাৰ পৰা ২ বজালৈ ল লেকচাৰত উপস্থিত থাকিব লাগে। আবেলিও আকৌ কেতিয়াবা কেতিয়াবা ফুটবল, হকী আদি খেলিব লাগে আৰু কোনো কোনো দিন ব্যায়ামৰ প্ৰশিক্ষণ লব লাগে। গধূলি অলপ আজৰি পায়, কিন্তু পাণবজাৰৰ ফালে অলপ ফুৰা-চকা কৰিলেই সেই দিনটোৰ কামৰ যৱনিকা পৰে।

মিনতিৰ লগত দেখা কৰাৰ প্ৰবল ইচ্ছা অৰুণৰ অন্তৰত এতিয়াও জাগি আছে। তেওঁৰ মনৰ ইচ্ছা কেনেকৈ পূৰ কৰিব পাৰে, তাকে ভাবি তেওঁ ঠিক কৰিলে যে দেওবাৰে বন্ধৰ দিনা তেওঁক কামটো দিয়াৰ বাবে পুলিচ চাহাবৰ ওচৰত ধন্যবাদ জনাবলৈ যোৱাৰ ছলেৰে তেওঁ মিনতিহঁতৰ বঙলালৈ যাব। সেই সময়ত মিনতিক যদি লগ পায়, তেন্তে সৌভাগ্যৰে কথা। যদি লগ নেপায়, তেন্তে চাহাবৰ লগত দেখা কৰিয়েই তেওঁ ক্ৰমোন্নতিৰ পথ মুকলি কৰি ৰাখিব।

সেইদিনা দেওবাৰ। অৰুণে পৰিপাটি হিচাপে পিন্ধি-উৰি পুলিচ চাহাবৰ বঙলাৰ বাৰাণ্ডাত উপস্থিত হলগৈ। অলপ পৰ বাৰাণ্ডাত থিয় হৈ দেখিলে—বঙলাটো একেবাৰে নিজম, কাৰো সঁহাৰি নাই। অৰুণে চাৰিওফালে চকু ফুৰাই চায়ো সেই চাপ্ৰাচী-টোক নেদেখিলে। তেন্তে মিনতিহঁত নাই নে কি? ঘৰবিলাকৰ দুৱাৰ-খিড়িকীবিলাকো দেখোন মেলা। খিড়িকী আৰু দুৱাৰত লগোৱা পৰ্দ্দা কাপোৰবিলাকো দেখোন বতাহত এবেলি বাহিৰলৈ এবেলি ভিতৰলৈ সোমাই অহা-যোৱা কৰি আছে! ঘৰত কোন আছে বুলি মাতিবলৈকো অৰুণৰ সঙ্কোচ বোধ হল। তেওঁ অহাৰ



সঁহাৰি দিবলৈ মিছাকৈয়ে কেইবাটাও কাহ মাৰিলে, কিন্তু ক'ত, কাৰো সা-সঁহাৰি নাই।

তেতিয়া জাৰৰ দিন। বঙলাৰ সমুখৰ ফালে পুৱাতে যি ৰ'দ ওলায় সেই ৰ'দ আবেলিলৈকে দিনৰ দিনটো থাকে। জাৰকালি যতে ততে ৰ'দ পোৱা নেযায়। সেই দেখি বঙলাৰ সমুখতে এদাঁতিত থকা দীঘল ডাঁৰডালতে মিনতিহঁতে তিতা কাপোৰ শুকাবলৈ মেলি দিয়ে। যেতিয়া অৰুণ বাৰাণ্ডাত থিয় হৈ আছিল, সেই সময়ত মিনতিয়ে গা-ধোৱা ঘৰত সোমাই গা ধুই আছিল। গা ধুই উঠি গাত লোৱা তিতা চেলেংখন, ব্লাউজটো আৰু মেখেলাখন চাবনেৰে নিকাকৈ ধুই পানী চেপি লৈ বাহিৰৰ ডাঁৰডালত মেলি দিবলৈ আহিছিল। বিলাস-কক্ষৰ পৰ্দ্দাখন ঠেলি বাৰাণ্ডাত ভৰি দিওঁতেই মিনতিয়ে অৰুণক আগতে দেখিলে। অৰুণক দেখি মিনতিৰ আনন্দই নধৰা হল। তিতা কাপোৰ কেইখন বাৰণ্ডাৰ ৰেলিঙতে থৈ অৰুণক হাতত ধৰি টানি নিয়াৰ দৰে নি বাৰাণ্ডাত থকা চকী এখনত বহুৱালে। মিনতিয়ে অৰুণৰ ওচৰত অনুযোগ কৰি কলে "আপুনি বৰ কাঠচিতীয়া। মইহে আপোনালৈ ভাবি মৰোঁ, কিন্তু আপুনি আজি দুমাহেও মিনতিক এবাৰো দেখা দিয়া নাই। আজি কোন গোসাঁয়ে আপোনাক ইয়ালৈ আহিবলৈ সুমতি দিলে বুজিব পৰা নাই। আজি আহিছে, বৰ ভাল হৈছে; দুপৰীয়াৰ সাজ আজি আপুনি ইয়াতে খাই যাব লাগিব। দেউতাহঁত ঘৰত নাই। আমাৰ ঘৰৰ সকলোবিলাক মটৰখন বজাই কৰি নগাঁৱত এখন বিয়া খাবলৈ গৈছে। ৰাতি ৯ মান বজাতহে আহিব বুলি কৈ গৈছে। ঘৰত মাত্ৰ মই আৰু মোৰ সৰু ভনীজনীহে আছোঁ।"

মিনতিৰ কথা শুনি অৰুণ একেবাৰে ভেবা লাগি চাই ৰল, কথা কবলৈ অকণিকে সুবিধা নেপালে। অৰুণে একো নৌ কওঁতেই মিনতিয়ে অৰুণৰ কান্ধৰপৰা হাতদুখন আঁতৰাই আনি

কলে "আপুনি অলপ বহক। মই তিতা চুলিকোছা অলপ চোচা মাৰি আহোঁ।"

অৰুণে মিচিককৈ হাঁহি মাৰি "বাৰু" বুলি কোৱাত মিনতি ভিতৰলৈ গল। চুলিকোছা মেলি মিনতিয়ে অৰুণৰ ফালে পাচ দি যাওঁতে অৰুণৰ চকুত যি দৃশ্য পৰিল, তাকে চাই অৰুণ তধা লাগিল। মিনতিৰ লাৱণ্য কান্তিযুক্ত সুগঠিত দেহৰ গঠন দেখাতেই বেথালগা! তাতে মুক্তকেশী হৈ লয়লাসে গমন কৰা দৃশ্য দেখিলে অৰুণ মুগ্ধ হোৱা কথাই!

মিনতিয়ে তেওঁলোকৰ ৰান্ধনি ৰাতিবামক চাহ দুপিয়লা কৰি বাৰাণ্ডাত থকা মেজখনতে দিবলৈ কলে। মিনতিয়ে ড্রেচিং ৰুমত সোমাই চুলিকোছা চুচি সাপৰ নেজৰ দৰে দীঘলকৈ বেণীটো বান্ধি ললে। ডাঙৰ দাপোণখনত মুখ চাই কপালত এটি সৰুকৈ সেন্দূৰৰ ফোঁট ললে। হেজলিন পাউদাৰ নথঁহাকৈয়ে মিনতিৰ সৌন্দৰ্য্য ফুটি উঠিছিল দেখি মিনতিয়ে সেইবিলাক হাতেৰেই নুছুইছিল। আইনাৰ চেয়াৰৰপৰা উঠি মিনতিয়ে এযোৰ ভাল মেখেলা-চেলেং পিন্ধি ধুনীয়া গাভৰুজনী হৈ খন্তেকতে অৰুণৰ কাষ চাপিল। ৰাতিবামে অতি সাৱধানে চাহ দুপিয়লা আনি দিলে। মিনতিয়ে পৰিষ্কাৰ খাদ্যাধাৰৰপৰা কেক্ দুটা আনি দুয়োজনে নানা ধেমেলীয়া কথা পাতি চাহ খাবলৈ ধৰিলে।

তামোল দিবলৈ আহোঁতে মিনতিয়ে অৰুণক দেখুৱাই ৰাতিবামক কলে যে এখেতে আজি দুপৰীয়াৰ সাজ আমাৰ ইয়াতেই খাব। এখেতলৈকো ৰান্ধিবা। মাছ-মাংস, শাক-পাচলি আদি আনি থোৱা আছেই নহয়, ভালকৈ ৰান্ধিবা।

মিনতিৰ কথাত অৰুণে অমত প্ৰকাশ কৰিব নোৱাৰিলে। সন্মতিসূচক ভাৱে ইয়াকেহে কলে যে খোৱা-বোৱাৰ কাৰণে বেছি



আড়ম্বৰ কৰিব নেলাগে; কাৰণ তেওঁ বেছি খোৱা বিধৰ মানুহ নহয়।

অৰুণৰ কথা শুনি মিনতিয়ে খিল্‌খিলকৈ হাঁহি পেলালে। হাঁহি হাঁহি কলে "অতিথিক সুধি হবলা গৃহস্থই খাবলৈ দিয়ে?"

মিনতিৰ কথা শুনি অৰুণে উত্তৰ দিলে "বাৰু যি ৰান্ধিব খুজিছে ৰান্ধক, কিন্তু খাব নোৱাৰাত পেলনি গলে হলে বেয়া নেপাব। লগ নহলে আকৌ খোৱাত ভালো নেলাগে।"

"অ' তেন্তে আপোনাক খাবৰ সময়ত লগ লাগে? আজি বাৰু আপোনাৰ লগত ময়েই খাম, কিন্তু আন সময়ত কত লগ পাব? আপুনি চাকৰি তো যোগাৰ কৰিলেই, চৰকাৰী কামত দিহিঙে-দিপাঙে ফুৰোঁতে লগতে খাবলৈ আৰু সকলো কামতে সহায় পাবলৈ এজনী লগৰীয়া যোগাৰ কৰি লওক, তেহে হব?"

এটি দীঘল হুমুনিয়াহ কাঢ়ি অৰুণে উত্তৰ দিলে—"মোৰ নিচিনা শিক্ষকৰ লৰা দাৰোগা এজনৰ লগৰীয়া হবলৈ কোন এজনী নো আহিব?"

"আপোনাৰ তালৈ কোনোবা এজনী আহিলে জানো আপুনি গ্ৰহণ কৰিব?" মিনতিয়ে কলে।

"মই যাকে তাকে জীৱনত আপোন কৰি লব নোৱাৰিম। কেৱল মাত্ৰ এজনী গাভৰু আছে, তাই যদি মোৰ আপোন হৈ আহে তেন্তে তাইক মই আপোন কৰি লব পাৰিম। নহলে গোটেই জীৱনটো অকলশৰীয়া হৈ কটাম বুলি স্থিৰ কৰিছোঁ।"

"তেন্তে আপুনি পূৰ্ব্বৰাগত বিশ্বাসী?"

"এৰা, তেনেকুৱাই।"

মিনতিয়েও অৰুণক দেখাৰ দিন ধৰি তেওঁকেই অন্তৰেৰে

ভাল পাই আহিছে। তাইৰ মনত অৰুণৰ বাহিৰে আৰু কাৰো ঠাই নাই। অৰুণক স্বামীৰূপে পালেই মিনতিৰ জীৱন মধুময় হব বুলি মনতে ভাবি লৈছিল। কেৱল মিনতিৰ মনত আশঙ্কা--জানোচা তাইক অৰুণে ভাল নেপায়, আন কাৰোবাৰ ওচৰত হে আসক্ত। মিনতিয়ে মনৰ সন্দেহ দূৰ কৰিবৰ কাৰণে অৰুণক সুধিলে "আপুনি নো কোনজনীক লগৰীয়া কৰি লবৰ কাৰণে দৃঢ় সঙ্কল্প কৰিছে অনুগ্ৰহ কৰি কব নে?"

অৰুণে মিনতিৰ প্ৰশ্নৰ পোনপটীয়াভাৱে উত্তৰ নিদি কলে "আগেয়ে তুমিয়েই বাৰু কোৱাচোন--তুমি কাক ভাল পোৱা। বিবাহ জীৱনৰ অখণ্ডনীয় বাসনা যেতিয়া তুমিও তো ইয়াৰপৰা অব্যাহতি নোপোৱা। পিচে তুমি সেইজনক নিজে বাছি লবা নে মাৰা-দেউতাৰাহঁতে নিৰ্ব্বাচন কৰা মতে হব?"

"সেই বিষয়ে বহুত ভাবিব লগা কথা আছে। জ্ঞানীসকলে কয় যে ডেকা-গাভৰুৰ নিজ নিৰ্ব্বাচন অতি উৎকৃষ্ট নহয়; কাৰণ ডেকা-গাভৰুৰ ক্ষণিক উত্তেজনাত পৰস্পৰ আকৰ্ষিত হলে তেওঁলোকে উভয়ে উভয়ক সঁচাকৈয়ে ভাল পায়। তেতিয়া তেওঁলোকে জগতৰ বিপক্ষে থিয় হৈয়ো মিলিত হবলৈ বিচাৰে; কিন্তু সেই অনুৰাগ স্থায়ী নহবও পাৰে। কিন্তু আধুনিক শিক্ষিত ডেকা-গাভৰুৱে এই নিৰ্ব্বাচন সদায় নিজৰ হাততে ৰাখিব খোজে। গতিকে এই বিষয়ে হঠাতে কোৱা টান।" মিনতিয়ে ধীৰভাৱে কৈ যায়।

মিনতিৰ কথা শুনি অৰুণ হতভম্ব হল। নাৰী-হৃদয়তো যে এনে চিন্তাধাৰা বৈ আছে, তাক তেওঁ ভাবিবই পৰা নাছিল। মিনতিৰ কথা শুনি অৰুণৰ মিনতিৰ প্ৰতি মোহ আৰু বাঢ়ি গল। তেওঁ উদ্বিগ্ন হৈ মিনতিক কলে "এইবিলাক কথা সঁচা, কিন্তু তুমি এই নিৰ্ব্বাচনৰ ভাৰ কাক দিবা?"

মিনতিয়ে কলে "ভাল বেয়া বিচাৰৰ ক্ষমতা নেথাকিলে জীৱনৰ



কোনো সাৰ্থকতা নাই। গতিকে এই ভাল বেয়া বিচাৰৰ ভাৰ নিজেই লব লাগিব। আই-দেউতাহঁত অৱলম্বন হব মাথোন।" মিনতিয়ে অলপ সময় মনে মনে থাকি আকৌ কলে "মই ভালপোৱা-জনে যদি মোক সাৰটি লয়, তেন্তে মই তেওঁৰ নহৈ কাৰ হম?"

অৰুণে কলে "তুমি ভালপোৱাজনৰে সৈতে যদি দেউতাৰে তোমাক বিয়া-নিদিয়ে, তেনেহলে তুমি কি কৰিবা?"

"তেনেহলে মই মালা-সলনি কৰিয়েই বাঞ্ছিতজনেৰে বিয়া হম। নাইবা চিৰকুমাৰী হৈ দিন কটাম।"

মিনতিৰ কথাবিলাক শুনি অৰুণে ভালকৈয়ে বুজি পালে যে মিনতিৰ হৃদয়ত এজনে বিৰাজ কৰি আছে। পিচে সেইজন কোন, জানিবৰ ইচ্ছা কৰি মিনতিক সুধিলে "বাৰু মিনতি, তুমি সঁচাকৈয়ে কাক ভাল পোৱা কোৱাচোন।"

মিনতিয়ে হাঁহি এটা মাৰি কলে "ধেৎ মোৰ লাজ লাগে। মই কাক ভাল পাওঁ আপোনাৰ আগত কব নোৱাৰোঁ।"

অৰুণে কলে "বাৰু কোৱাচোন বাৰু কোৱাঁ। মই কাৰো আগত নকওঁ নহয়।"

মিনতিয়ে কলে "নহয়, আপুনি কাৰোবাৰ আগত কব বুলি ভবা নাই; এনেহে আপোনাৰ আগত কবলৈ লাজ লাগে।"

অৰুণে কলে "বাৰু চকুৰে চকুৰে চাই কবলৈ লাজ লাগে যদি মোৰ কাণৰ কাষতে মুখ থৈ মনে মনে কোৱা। তেতিয়া হব তো?" এইবুলি কৈয়েই অৰুণে নিজৰ মূৰটো একতীয়া কৰি মিনতিৰ ফালে হলাই দিলে। মিনতিয়ে আৰু নিজক চম্ভালিব নোৱাৰিলে--কঁপা কঁপা মাতেৰে কাণৰ কাষত লাহেকৈ কলে "আপোনাক।"

মিনতিৰ উত্তৰ পাই অৰুণৰ হিয়া আনন্দত নাচি উঠিল।

এটা দীঘলীয়া হাঁহি মাৰি তেওঁৰ হাত দুখন ওভোতাই লৈ মিনতিৰ পাচফালৰ পৰা ডিঙিত সাৱটি ধৰি কলে "মিনতি তোমাৰ বাহিৰে কোনো গাভৰুকে মই ভাল নেপাওঁ।"

অৰুণে মিনতিক ধৰি সমুখৰ ফালে আনিবলৈ চেষ্টা কৰোঁতেই গৰুৱে পঘাৰপৰা মূৰপোলোকা দিয়াৰ দৰে অৰুণৰ হাতৰ বান্ধৰ পৰা ওলাই গৈ হাঁহি হাঁহি অৰুণৰ সমুখত অলপ আঁতৰত থিয় হলগৈ। অৰুণে কলে—সঁচাকৈয়ে তুমি মোৰ লগৰীয়া নোহোৱা বুলি মই বৰ চিন্তিত আছিলোঁ, আজিহে সেই আশঙ্কা দূৰ হল। এটা কথা মিনতি! এজনে আন এজনক ভাল পালে আনজনেও তেওঁক ভালপায় বুলি জ্ঞানীসকলে কয়। কথাটো তেনেই সঁচা; নহয় নে বাৰু মিনতি!

মিনতিয়ে কলে—হয়, সেইটো হৈছে প্ৰজাপতিৰ নিৰ্ব্বন্ধ। জন্ম, মৃত্যু আৰু বিবাহ এই তিনটা বিধাতাৰ লিখন বুলি কয়। বিধাতাৰ লিখন মতেই সময়ত আমাৰ মিলন হব। নহয় জানো বাৰু ?

অৰুণে কলে হওঁতে হয়, কিন্তু তোমাৰ দেউতাৰা হৈছে হেজাৰ টকা দৰমহা পোৱা পুলিচ চুপাৰিণ্টেণ্ডেণ্ট। মই হৈছোঁ এশ টকা দৰমহা পোৱা দাৰোগা এজন। তুমি মোৰ লগত বিবাহ-পাশত আবদ্ধ হৈ অযথা ক্লেশ পাবা বুলিহে আশঙ্কা কৰিছোঁ।

মিনতিয়ে কলে—আপুনি কোৱা কথাৰ যুক্তি সিমান সবল নহয় বুলি বিশ্বাস হয়। দেউতাই হেজাৰ টকা দৰমহা পায় সঁচা, কিন্তু সেই হেজাৰ টকা জানো মিনতিয়ে অকলই ভোগ কৰিছে? আমি আঠজন ভাই-ভনী, আইতা আৰু চাকৰ-চাকৰণীৰ বাবে যি খৰচ হয় তাৰ হিচাপ কৰিলে এই মিনতিৰ ভাগত ৩০।৩৫৲ টকাৰ বেছি খৰচ নহয়। তেনেহলে আপুনি এশ টকা দৰমহা পাই জানো মিনতিৰ কাৰণে এই ৩০।৩৫৲ টকাও খৰচ কৰিব নোৱাৰিব ?



নোৱাৰে নাই, মই জানো একেবাৰে নিকৰ্ম্মা! বোৱা-কটা আৰু চিলাইৰ কামত হঠাতে আমাক চেৰ পেলোৱা টান। আমাক সঙ্গী কৰি লোৱাটো অযথা গলগ্ৰহ বুলি নেভাবিবচোন।

অৰুণে মিনতিৰ যুক্তিসঙ্গত মৌ-বৰষা কথাবিলাক শুনি আনন্দত আপ্লুত হল। অৰুণৰ হৃদয়ত মিনতিয়ে ভালকৈয়ে ঠাই ললে। মিনতিৰ কথাকে ভাবি থাকোঁতে ৰাতিৰামে আহি খবৰ দিলেহি যে ভাত খাবৰ হৈছে।

মিনতিয়ে "তেনেহলে উঠক" বুলি কোৱাত অৰুণ চকীখনৰ পৰা উঠি থিয় হল, আৰু লাহে লাহে মিনতিৰ পিচ ললে।

ভোজনালয় অৰ্থাৎ আজিকালি পাশ্চাত্য সভ্যতাৰ "ডাইনিং ৰুম"টো বেছ আহল-বহল। চাৰি-পাঁচজনে একেলগে বহি খাব পৰাকৈ মাজ-মজিয়াতে এখন চিক্‌চিকীয়া মেজ। কোঠালীটোৰ এদাঁতিত দুটা সুন্দৰ ছ'ফ খাদ্যাধাৰ এখন ছেলফ্ আৰু এটা আইনা লগোৱা আলমাৰীৰ ভিতৰত নানা তৰহৰ খাদ্য দ্ৰব্য আৰু আন আন বস্তু ভাগে ভাগে আছে। ৰান্ধনিটোৱে অৰুণ আৰু মিনতিয়ে মুখা-মুখিকৈ খাব পৰা হিচাপে মেজখনত সকলো খাদ্য-বস্তু যতনাই দিয়াত দুয়ো খাবলৈ বহিল। অৰুণে ভাতৰ পাতত বহি মোক খা মোক খাকৈ থকা মাংসৰ বাটিটো চাই দেখিলে যে পাচলি আৰু মাংসৰ লগতে কিবা চৰাইৰ এখন ঠেং। অৰুণে ভাবিলে পাৰৰ ঠেঙেই হব পায়। অৰুণক আৰু পায় কোনে? সেই ঠেংখন চামুচেৰে তুলি মিনতিৰ বাটিত দি কলে "পাৰৰ ঠেং খালে ভৰিৰ শক্তি বাঢ়ে, গতিকে এই ঠেংখন তোমাৰ হে প্ৰাপ্য।" তাকে দেখি মিনতিয়েও আৰু মনে মনে নেথাকিল। মিনতিয়ে তেওঁক দিয়া বাটিটো চামুচেৰে লিৰিকি বিদাৰি চাই দেখিলে যে তেওঁৰ বাটিত পাৰৰ কলিজাটো দিছে। সেই কলিজাটো চামুচেৰে তুলি অৰুণৰ বাটিত দি হাঁহি হাঁহি কলে, "মিনতিক কিপিণ বুলি

ভাবিছে হবলা, লওক এইটো পাৰৰ কলিজা। কলিজা খালে সাহস বাঢ়িব, তেহে পুলিচৰ কামত পদোন্নতি হব।"

এইদৰে দুয়োজনে মাছ-মাংস আদি খোৱা বস্তু ইজনে-সিজনলৈ দিয়া-দিয়ি কৰি হাঁহি খিকিন্দালিৰ মাজেদি তৃপ্তিৰে খোৱা শেষ কৰিলে। তাৰ পাচত দুয়োজনে বাৰাণ্ডালৈ আহি আৰামী চেয়াৰত বহি ভাতখোৱা ভাগৰ মাৰিলে।

ঘড়ীত ঢং ঢংকৈ দুটা কোব পৰিল। তৰুণ চক্‌খাই উঠিল, তেওঁৰ যে কৰিবলগীয়া বহুত কাম আছে। মিনতিৰ পৰা বিদায় লৈ তেওঁ যাবলৈ সাজু হল। মিনতিয়ে আবেলিৰ চাহ-জলপান খাই চাবি বজামানত গলেও হব বুলি কোৱাত অৰুণে কলে "নহয় মিনতি, বেয়া নেপাবা। মোৰ বহুত কাম আছে। আজি যে তোমাৰ ওচৰত ইমান সময় কটাব লাগিব, ভবাই নাছিলোঁ।"

মিনতিয়ে কলে—"কি কাম?"

অৰুণে উত্তৰ দিলে "কাইলৈ পুৱা ৬ বজাতে ইনিচ্‌পেক্‌শ্যন পেৰেড আছে। সেই পেৰেডত পৰিষ্কাৰ ইউনিফৰম পিন্ধি যাব লাগে। এতিয়া মই গৈ কোটৰ বুটাম আৰু বেজবিলাক নিকা কৰি কোটত লগাই থব লাগে। জোতা আৰু বেল্টত ৰং দি পৰিষ্কাৰ কৰি নললে ৰাতিপুৱাই বিপদত পৰিব লাগিব।"

মিনতিয়ে অনুভৱ কৰিছিল যে আজিৰ দৰে মুকলি মনেৰে অৰুণৰ সান্নিধ্যত সময় কটাবলৈ মিনতিয়ে আৰু সুযোগ নেপাব। সেই কাৰণে আৰু কিছু সময় ৰাখিবৰ কাৰণে মন কৰি ভাবিছিল, তেওঁ ৫ বজাত নিজেই গৈ সেইবিলাক কাম কৰি দিবগৈ বুলি কব নে কি! পিচে পুলিচ চাহাবৰ জীয়াৰী হৈ বেৰেকলৈ গৈ সেইবিলাক কাম কৰি দিলে মানুহে কি ভাবিব বুলি মনৰ ভাব মনতে মাৰ নিয়ালে।

অৰুণ যাবলৈ থিয় হল। কিয় জানো মিনতিৰ চকু দুটা



ছলছলীয়া হৈ উঠিল। মিনতিয়ে কলে—"এইদৰে মাজে-সময়ে দেখা দি থাকিব দেই?"

"দেখা দিয়াৰ কাৰণে কেলেই ইমান ভাবিছা, মইতো প্ৰায়েই আবেলি ৫।। মান বজাত কাছাৰীঘাটলৈ ফুৰিবলৈ আহোঁ। তুমি তালৈ গলেই মোক দেখা পাবা।" অৰুণে মৰমৰ ভঙ্গীত কলে।

অৰুণে হাঁহি এটা মাৰি মিনতিৰ কৰ মৰ্দ্দন কৰি বিদায় ললে। অৰুণে বঙলাৰপৰা ওলাই ৰিজাৰ্ভৰ ফালে খোজ ললে। অৰুণ যোৱাৰ ফালে মিনতিয়ে একেৰাহে বহু দূৰলৈ চাই থাকি দেখিলে অৰুণৰ ভৰিৰ খোজবোৰ পুলিচৰ দৰে গেৰেপ গেৰেপ কৰি যোৱা নাই, কিবা যেন ন যযৌ ন তস্থৌ অৱস্থা!!

চাওঁতে চাওঁতে ৰাতি আঠ বাজিল। মিনতিৰ মাক-দেউতাক আৰু ভাই-ভনী কেইটি বিয়াৰপৰা উভতি আহি ঘৰ পালে। মিনতিয়ে আন কথাৰ লগতে চাকৰি দিয়াৰ বাবে দেউতাকক কৃতজ্ঞতা জনাবলৈ অৰুণ অহাৰ কথা মাক-দেউতাকক কলে আৰু তেওঁক ভালকৈ খুৱাই-বুৱাই পঠোৱাৰ কথাও কলে। জীয়েকৰ কথা শুনি মাক-দেউতাকে "ভাল কৰিলা" বুলি শলাগিলে। দেউতাকৰ এই শলাগনি শুনি মিনতিয়ে মনত কিমান যে সন্তোষ পাইছিল, তাক নকলেও হব।

( ৯ )

অৰুণ দাৰোগা হোৱা আজি-কালি কৰি সাত মাহত ভৰি দিলে। ইয়াৰ ভিতৰতে দাৰোগাৰ পৰীক্ষা দি তেওঁ সকলো বিষয়তে উত্তীৰ্ণ হৈছে। এতিয়া পুলিচ চাহাবে তেওঁক কাৰ্য্যকৰী প্ৰশিক্ষণ লবলৈ গুৱাহাটী সদৰ থানাতে মকৰল কৰিছে। অৰুণ কিন্তু দেউতাকৰ প্ৰতি এতিয়াও সজাগ। সেই কাৰণে এতিয়াও মাষ্টৰী

কামতে আছে বুলি অৰুণে মাহেকে পষেকে দেউতাকলৈ চিঠি দি থাকেই।

গধূলি পৰত লুইতৰ জুৰ বা লবলৈ কাছাৰীঘাটত সদায় মানুহৰ উদুলি-মুদুলি। সান্ধ্য-সমীৰণ সেৱন কৰাৰ চেলু লৈয়েই অৰুণ আৰু মিনতিয়ে দুই-তিনি দিনৰ পাচত গধূলি কাছাৰীঘাটত দেখা-সাক্ষাত কৰে। অকল দেখা-সাক্ষাতেই নে? তেওঁলোকৰ নানা তৰহৰ গল্প শুনি ওচৰৰ জুৰ লবলৈ যোৱা মানুহেও অলপ নহয় অলপ কৌতুহল উপভোগ কৰে। অৰুণ-মিনতিৰ ভিতৰত ৰুছিয়াৰ চন্দ্ৰলোক ভ্ৰমণৰপৰা বাদুলীয়ে কলথোক খোৱালৈকে যিমানবিলাক কথাৰ জাউৰি উঠে, তাৰ ভিতৰতে তেওঁলোকে নিজৰ বিবাহ প্ৰসঙ্গকো তোলো বুলি ভাবে, কিন্তু লাজে হেঁচা মাৰি বাধা দিয়াত সেই প্ৰসঙ্গ আৰু কোনোজনৰ পৰাই উত্থাপন নহয়।

এদিন গধূলি ছয় বজা। অৰুণ-মিনতিয়ে আগৰ দৰে হাঁহি-ধেমালি কৰি আছে। এনেতে ঢোলে-দগৰে উৰুলি-জোকাৰে খলক লগাই এজোৰা বিয়াঘৰীয়া কাছাৰীঘাটত উপস্থিত। পাণবজাৰৰ এই কন্যাঘৰীয়াজোৰাই কাছাৰীঘাটতে পানী তুলিব। তাকে দেখি মিনতিয়ে হাঁহি মাৰি কলে—"আমাৰ বিয়াতো এইদৰে এই ঘাটতে পানী তুলিব নহয়?"

"ধেৎ পাগলি! বিয়া হবলৈ তোমাৰ দৰা ক'ত? তোমাৰ দৰাটো জানো দেউতাৰাহঁতৰ চকুত পৰিব?" অৰুণে কলে।

অৰুণৰ কথা শুনি মিনতিৰ মনটো অলপ সেমেকি গল। ভাবিলে অৰুণে মূৰ-পোলোকা দিব খুজিছে নে কি? নহয়, অৰুণ তেনে নহয়। ফুটাই কলে—"কেলেই, মই আপোনাৰ সৈতে বং-ধেমালি কৰি ফুৰা-চকা কৰি থকা দেউতাহঁতে দেখিছে নহয়। দেউতা নিজে এজন পুলিচ চাহাব হৈয়ো যদি আমাৰ গতি-বিধি লক্ষ্য কৰি আমাৰ স্বৰূপটো বুজিব নোৱাৰে, তেন্তে বুজিব কোনে?



আপোনাৰ সৈতে যে মনে মনে বিয়া হৈ গৈছে এইটো বুজিবলৈ দেউতাৰ বোধহয় এতিয়াও বাকী থকা নাই।"

অৰুণে কলে "সেইটো নকবা মিনতি! মাক-বাপেকে স্বভাৱতে জীয়াৰীৰ দোষ নেদেখেই, তেওঁলোকৰ মনত জীয়েক সদায় অজলা। জীয়েকৰ হৈ তেওঁলোকে যি কৰে সেয়েই হব, এইটো তেওঁলোকৰ দৃঢ় বিশ্বাস। গতিকে মিনতি আমাৰ চাল-চলন দেখি আমাৰ ওচৰত তেওঁলোকৰ কোনো সন্দেহ নাই বুলি মই ভাবো।"

"যদি দেউতাহঁতে আমাৰ মনৰ ভাব এতিয়াও বুজা নাই, তেন্তে মই নিজৰ পথ নিজে বিচাৰি লম" বুলি মিনতিয়ে দৃঢ়তাৰে কলে!

+ + +

আন এদিন আকৌ কাছাৰীঘাটত অৰুণ-মিনতি লগ লাগিল। সেইদিনা মিনতিয়ে কথাই কথাই অৰুণক কলে "আজি দহদিনমান হল এটা ছাৰ্কাছ পাৰ্টিয়ে নিউফিল্ডত বোলে বৰ ভাল ভাল খেলা দেখুৱাইছে। হাতী-ঘোঁৰাৰ বাহিৰে আৰু বহুতো কিবা-কিবি বনৰীয়া জন্তুৰ খেল দেখুৱাইছে। আমিও এদিন যাওঁ বলকচোন।"

অৰুণে কলে "কালিয়েই যাওঁ বলা। প্ৰথম শ্ব'টো ৬ বজাত আৰম্ভ হয়। মই ৫৷৷ বজাতে গৈ টিকট কিনি বাহিৰতে তোমালৈ বৈ থাকিম। তুমি তাতে মোক লগ ধৰিলেই হব।"

মিনতি অৰুণৰ প্ৰস্তাৱত সন্মত হল। কিছু পৰৰ পাচত দুয়ো ঘৰমুৱা হল।

পাচদিনা দেওবাৰ। সন্দিকৈ ছোৱালী কলেজত কিবা এখন সভা আছে বুলি মিনতিয়ে মাকক কৈ ভালকৈ পিন্ধি উৰি আবেলি ৫ বজাত ওলাই গল। সিফালে অৰুণে নিউ ফিল্ডলৈ গৈ দুখন প্ৰথম শ্ৰেণীৰ টিকট কিনি তম্বুৰ বাহিৰত মিনতিলৈ বাটচাই আছে। ৫৷৷ বাজি গল, তেতিয়াও মিনতি আহি পোৱা নাই। নানা ঠাইৰ

পৰা জাকে জাকে মতা-মাইকী লৰা-ছোৱালী আহি হেঁচা-হেচিকৈ টিকট কিনি তম্বু সোমাই গেলেৰী ভৰি পৰিল। দ্বিতীয় শ্ৰেণীৰ আসনো বৰ বেছি নাছিল; থকাৰ ভিতৰত প্ৰথম শ্ৰেণীৰ আসনহে কেইখনমান উদং হৈ আছিল। অৰুণৰ মিচিনাকৈ হয়তো বহুতে টিকট কিনি বাহিৰতে ৰৈ আছে, খেলা আৰম্ভ হোৱাৰ লগে লগেই সেই আসনবোৰ পূৰ হৈ যাব।

সেইদিনা ৰংমহলৰ ছোৱালী এজাকো ছাৰ্কাছ চাবলৈ আহিছিল। তেতিয়া ৫॥ বাজি ১০ মিনিটমান গল। অৰুণে গেটৰ সমুখত মিনতিলৈ বাটচাই আছে, এনেতে ৰংমহলৰ ছোৱালী জাকৰ মাজৰ পৰা অৰুণৰ ভনীয়েক নমিতা আহি অৰুণৰ ওচৰ পালে। নমিতাক দেখি অৰুণ বৰ বিমোৰত পৰিল। নমিতাই অৰুণক বহুত দিনৰ মূৰত দেখা পাই হাততে স্বৰগখন ঢুকি পোৱাদি পাই, তেওঁলোকৰ ঘৰলৈ নোযোৱাৰ কাৰণে বৰকৈ অনুযোগ কৰিবলৈ ধৰিলে। নমিতাৰ কথা-বতৰা দেখি অৰুণৰ মনত আশঙ্কা হল—এই সময়তেই যদি মিনতি আহি পায়, তেন্তে তেওঁক কি বুলি ভাবিব! অৰুণে আন একো উপায় নেপায় নমিতাক কলে—"নমিতা, তুমি এতিয়া যোৱা, আন এসময়ত কথা পাতিম। এতিয়া তোমাৰ লগৰীয়াসকলে তোমালৈ বাটচাই ৰৈ আছে নহয়!" নমিতাই ঘূৰি চাই দেখিলে সঁচাকৈয়ে তাইৰ লগৰীহঁতে থিয় হৈ ৰৈ আছে। "বাৰু পাচত লগ ধৰিম" বুলি নমিতা অৰুণৰ ওচৰৰপৰা গল, অৰুণেও স্বস্তি বোধ কৰিলে। নমিতাহঁত তম্বুৰ ভিতৰ সোমাইছেহে, এনেতে মিনতি আহি পালে। মিনতিয়ে অৰুণক সুধিলে "আপুনি অহা বহুত সময় হল নে কি?" অৰুণে হাঁহি মাৰি কলে—"নহয়, বেছি সময় হোৱা নাই, টিকট কিনি থিয় হৈ থকা ১০ মিনিটমানহে হৈছে। ছাৰ্কাছ আৰম্ভ হবলৈ আৰু ১০ মিনিটমান আছে। তুমি ঠিক সময়তে আহি পাইছা।"



দয়োজন তম্বুৰ ভিতৰ সোমাল। তেওঁলোকে তম্বুৰ ভিতৰ সোমাই দেখিলে যে ওলোৱা-সোমোৱা বাটৰ কাষতে প্ৰথম শ্ৰেণীৰ প্ৰথম শাৰীত ৪।৫ খন আসন উদং হৈ আছে। তাৰে দুখন চকীত দুয়োজন বহিল। ছাৰ্কাছ আৰম্ভ হল। তেওঁলোক দুয়োজনে মাজে মাজে মূৰ দুটা হলাই কাণে কাণে কথা কৈ ছাৰ্কাছ চাবলৈ ধৰিলে।

( ১০ )

মিনতিৰ দেউতাক বৰ সঙ্গপ্ৰিয়। তেখেতে কেতিয়াবা ফুৰিবলৈ গলে অকলশৰীয়াভাৱে যাবলৈ বৰ বেয়া পায়। সেই দেখি তেখেত ফুৰিবলৈ গলে নিজ পত্নী আৰু লৰা-ছোৱালী দুই-এটা লগত লৈ ফুৰিবলৈ যায়। দেওবাৰে বা মফচললৈ নগলে তেখেতে সদায় গধূলি মটৰ লৈ এবাৰ ফুৰিবলৈ যায়। সেই দেওবাৰৰ দিনা ওৰে দিনটো মিনতিৰ দেউতাক ঘৰতে আছিল। গধূলি ৫॥ বজাত আগৰ নিয়ম মতে ৫ বছৰীয়া সৰু ছোৱালীজনী আৰু ঘৈণীয়েকক মটৰত তুলি লৈ ফুৰিবলৈ ওলাই গল। গুৱাহাটীৰ ৰাজআলি কেইটা অকাই-পকাই পাৰ হৈ মটৰ ভৰলুমুখ পালেগৈ। সেইখিনিতে হঠাৎ তেখেতৰ নিউফিল্ডৰ ছাৰ্কাছ পাৰ্টিটোলৈ মনত পৰিল। ছাৰ্কাছৰ শুভ-উদ্বোধনৰ দিনা তেখেতে বিশেষভাৱে নিমন্ত্ৰিত হৈ ছাৰ্কাছৰ খেলাবিলাক দেখি মনত বৰ ভাল পাইছিল। সেই খেলা-বিলাক তেখেতৰ পৰিবাৰক দেখুৱাটো উচিত বুলি ভাবি কলে "হেৰা এখন ভাল ছাৰ্কাছ খেল আহিছে, চাওঁগৈ বলা।"

ঘৈণীয়েকে মৃদুভাৱে কলে—"ভাল যদি বলক তেন্তে।"

চাহাবৰ মটৰ ঘূৰিল। ট্ৰাঙ্ক ৰোডেদি গৈ মটৰ নিউফিল্ডত সোমাল। মটৰখন ছাৰ্কাছৰ বাহিৰৰ গেটৰ একাষে অলপ দূৰৈত

থৈ চাহাবে ঘৈণীয়েক আৰু সৰু ছোৱালীজনীৰ সৈতে মটৰৰ পৰা নামি বাহিৰৰ গেট পালেগৈ। ছাপ্ৰাছীটোৱে মটৰখন ৰখি থাকিল।

পুলিচ চাহাবৰ অসীম ক্ষমতা। পুলিচ চাহাব বুলিলে অন্ধয়ো বাট এৰি দিয়ে। চাহাব গৈ বাহিৰৰ গেটৰ কাষ নৌপাওঁতেই ছাৰ্কাছৰ তত্ত্বাৱধানত থকা হাৱালদাৰ এজনে আৰু কনিষ্টবল এজনে আগবাঢ়ি আহি চেলাম দিলে। ছাৰ্কাছৰ মেনেজাৰজনেও চাহাবক দেখি গেটৰ সমুখলৈ গৈ নমস্কাৰ জনালে। চাহাব খন্তেকৰ কাৰণে তাতে থিয় হল। তাৰ পাচত মেনেজাৰ, হাৱালদাৰ আৰু কনিষ্টবল আটাই কেইজনে চাহাব পৰিয়ালটোক দৰা আগবঢ়োৱাৰ দৰে আগবঢ়াই নি গেটৰ ভিতৰ সুমুৱাই দিলে। মিনতিৰ মাক আৰু ভনীয়েকজনী চাহাবৰ পিচে পিচে গল। মেনেজাৰজনে চাহাবক একেবাৰে আসনত বহুৱাই দিবলৈ গৈছিল, কিন্তু চাহাবে নেলাগে বুলি কৈ নিজে নিজেই আসন গ্ৰহণ কৰিলে।

চাহাব যেতিয়া বিৰাট মণ্ডপৰ ভিতৰ সোমায়, তেতিয়া ছাৰ্কাছৰ এটাহে মাত্ৰ খেলা দেখুৱাইছে; সেই কাৰণে সকলো দৰ্শকৰে দৃষ্টি কেৱল ছাৰ্কাছৰ অদ্ভুত কৌশলবিলাকৰ ওপৰত। মিনতি আৰু অৰুণেও অনিমিষ নেত্ৰে কেৱল ছাৰ্কাছ হে চাব লাগিছে, মিনতিৰ মাক-দেউতাক আৰু সৰু ভনীয়েকজনী যে মণ্ডপৰ ভিতৰত প্ৰৱেশ কৰিছে, তালৈ তেওঁলোকৰ লক্ষ্য নাই। এটি-দুটিকৈ ছাৰ্কাছৰ কৌশলপূৰ্ণ বহু খেল দেখুৱা হল! চাৰিওকাষে ঘেৰি থকা গেলেৰীৰ পৰা একেলগে পৰা হাতচাপৰি আৰু বিপুল হৰ্ষধ্বনিৰ বাহিৰে মণ্ডপৰ ভিতৰত ক'তো লেশ মাত্ৰও গণ্ডগোল নাই—সকলোৱে নিস্তব্ধ ভাৱে ছাৰ্কাছ চাব লাগিছে। ছাৰ্কাছৰ খেল শেষ হবলৈ মাত্ৰ আৰু আধা ঘণ্টামান বাকী আছে। তেতিয়া প্ৰায় আঠমান বাজিছে। এনেতে হঠাৎ মিনতিৰ সৰু ভনীয়েকজনীয়ে দূৰৈৰ পৰা বাইদেৱেক মিনতিক চিনি পাই "সোৱা বাইদেউ" বুলি মাকৰ ওচৰৰ পৰা যাবলৈ ওলাল! ভনীয়েকৰ মাতত সহাৰি পাই মিনতি চাই



দেখে যে অলপ ওচৰৰ সমুখৰ চকীত বহি তাইৰ মাক-দেউতাকে ছাৰ্কাছ চাব লাগিছে। মিনতিৰ ভয় আৰু সঙ্কোচত সৰ্ব্ব শৰীৰ শিঞৰি উঠিল। অৰুণেও মনে মনে প্ৰমাদ গণিলে। মনতে কলে—যতে বাঘৰ ভয়, ততে ৰাতি হয়। মিনতিয়ে নিজৰ ভয়-সঙ্কোচ সকলো হেঁচা মাৰি থৈ বলেৰে এটা হাঁহি মাৰি ভনীয়েকক হাত-বাউল দি মাতিলে—আহ্ ইয়ালৈকে আহ। মিনতিয়ে যেন মাক-দেউতাকহঁত অহাৰ কথা আগেয়েই জানিছে, এনে ভাব প্ৰকাশ কৰি ভনীয়েকক মাতি নি কাষতে বহুৱাই ললে। ছোৱালীজনী মিনতিহঁতৰ ওচৰলৈ যেতিয়া যায়, তেতিয়াহে মাক-দেউতাকে মিনতিলৈ পাক মাৰি চাই দেখে যে মিনতি আৰু অৰুণ দাৰোগাই একেলগে বহি ছাৰ্কাছ চাইছে!

সম্ভ্ৰান্ত লোকসকলে বিপদত নিজক চম্ভালিব জানে। তলতীয়া কৰ্ম্মচাৰী এজনে তেওঁৰ দুহিতাৰ লগত অবৈধ আচৰণ কৰাৰ বাবে পুলিচ চাহাবৰ অন্তৰত যি ৰোষাগ্নি দপ্‌দপকৈ জ্বলি উঠিছিল, তাক তেওঁ সাৱধানে দমন কৰি ৰাখিলে। তেওঁৰ জীয়েকৰ আচৰণৰ বিষয়ে এটি কঁথাও মাকৰ আগত নকলে।

অৰুণৰ চকুত ছাৰ্কাছৰ বিৰাট মণ্ডপ এখন মায়া-মৰীচিকা যেন লাগিল। তেওঁ জৰ-ঘামে ঘামিবলৈ ধৰিলে। তেওঁৰ জীৱনৰ সকলো আশা ভ্ৰষ্ট হল। চাহাবে তো তেওঁক আৰু শুদাই নেৰিব!

অৰুণৰ অৱস্থা দেখি মিনতিয়ে অৰুণক ভয় নকৰিবলৈ ইঙ্গিত দিলে। কাণৈকো নোচোৱাকৈ অৰুণে শুনাকৈ কলে 'যি কৰে ভগৱানে ভালেই কৰে। এদিন তো জনা-জনি হব লাগিবই।' মিনতিৰ সান্ত্বনাৰ ইঙ্গিতত অৰুণে অলপ সকাহ পোৱাদি পালে।

ছাৰ্কাছ শেষ হবলৈ আৰু বেছি সময় নাই। এনেতে চাহাবে ঘৈণী-য়েকক কলে "দেখিলা, চাপ্ৰাচীৰ কথা তুমি অবিশ্বাস কৰা। তোমা-লোকৰ নিচিনা মাকবিলাকৰ দোষতেই ছোৱালীবোৰ নষ্ট হৈছে।"

মিনতিৰ মাকে উত্তৰ দিবলৈ সাহ নকৰিলে, আধা ফুটা মাতেঁৰে কলে "মৰিব খুজিছে মৰক, মৰাটোকনো কোনে ৰাখিব পাৰে ?"

সিফালে অৰুণেও মিনতিক মাকহঁতৰ লগতে যাবলৈ ইঙ্গিত কৰিলে। মিনতিয়ে অৰুণৰ মনৰ ভাব বুজি পাই অৰুণক আগেয়েই উঠি যাবলৈ কলে। অৰুণ উঠি গুচি গল। চাৰ্কাছৰ শেষৰ খেলটো দেখুৱাৰ লগে লগে ভনীয়েকক হাতত ধৰি লৈ মিনতি মাকৰ ওচৰলৈ গল। মিনতিৰ যেন একোৱেই হোৱা নাই, মিনতিয়ে এনে ভাব দেখুৱালে। চাহাব আৰু মিনতিৰ মাকৰ মুখ গম্ভীৰ। চাৰ্কাছ শেষ হল। মিনতিৰ মাক আৰু দেউতাক থিয় হল। পাচত আটাই কেইজন মণ্ডপৰ বাহিৰ হৈ মটৰৰ কাষ পালেগৈ। মাক-জীয়েক তিনিওজনী মটৰৰ পাচৰ আসনত বহিল। চাপ্ৰাচীজন চাহাবৰ ওচৰতে বহিলে। চাহাবে মটৰখন চলাই দিলে। মটৰত কাৰো মাত-বোল নাই, সকলো নিস্তব্ধ। কেইমিনিটমানৰ পাচতে গৈ মটৰ চাহাবৰ হাউলি সোমাল।

মটৰৰ পৰা নামি বাৰাণ্ডাত ভৰি দিয়েই মিনতিৰ মাকে বৰ বেজাৰেৰে কলে—"ইয়াকেহে কৰিবলৈ হবলা তই লেখা-পঢ়া শিকি-ছিলি ? ছল পাই কুকুৰে ডিঙিলৈকে জপিয়ায় ! দাৰোগা হল বুলি তাৰ ইমান সাহ !" আৰু কব নোৱাৰিলে। মিনতিৰ দেউতাকৰ মনৰ অৱস্থা কি হৈছিল ধৰা টান, কিন্তু তেওঁ বাৰাণ্ডাত বহুত পৰ থিয় হৈ থাকি এটা দীঘলকৈ উশাহ পেলাই ঘৰৰ ভিতৰলৈ সোমাই গল।

ঘৰৰ ভিতৰ সোমাই মাক আৰু মিনতিৰ ভিতৰত ভালকৈয়ে উখনা-উখনি লাগিল। মাকে কলে---"সেই ভিকহু স্কুল মাষ্টৰৰ লৰা হৈ দাৰোগাৰ কামটো পালে বুলিয়েই তাৰ ইমান সাহ! সি ভালকৈয়ে বাঘৰ মুখত আঙুলি বটিয়াইছে। তয়ো জানিবা আমাৰ নাকটো ভালকৈয়ে কাটিব খুজিছ।" এইদৰে মাকে কিবা-কিবি বহুতো বকিবলৈ ধৰিলে।



মাকৰ বকনি শুনি পুলিচ চাহাবে ষৈণীয়েকক ভাবি মাৰি দি কলে "মনে মনে থাকা, সেই ভিকহুৰ লৰাই ভালকৈয়ে জুইৰ লগত খেলা কৰিব খুজিছে। মিনতি, সাৱধান, আৰু যদি কেতিয়াবা তোক তাৰ লগত দেখো !!" ষৈণীয়েকক আকৌ কলে "তুমিয়েই যত অনিষ্টৰ মূল।"

মিনতিৰ মাকে কলে "আপুনি মোক চকু পকাই কথা নকবচোন। মই কিবা মিনতিৰ চকিদাৰণী নে যে মই ২৪ ঘণ্টাই মিনতিৰ পাচে পাচে ফুৰিম ? তাই কলেজত পঢ়া ছোৱালী। তাইৰ নিজৰ হিতাহিত জ্ঞান নেথাকিলে আনে কি কৰিব।"

মিনতিৰ মাক আৰু দেউতাকৰ মাজত এইদৰে উখনা-উখনি লাগি থাকোঁতেই বান্ধনিজনে আহি খবৰ দিলে যে ভাত খোৱাৰ সময় হৈছে। তেতিয়া তেওঁলোকে নিজ নিজ কোঠালীলৈ গৈ কাপোৰ-কানি সলোৱাত লাগিল। কোৱা বাহুল্য সেইদিনা চাহাবৰ পৰিয়ালৰ সকলোৱেই খালে, কিন্তু মিনতিয়ে হলে মুখত খুদকণ এটি নিদিয়াকৈয়ে বিছনাত পৰি থাকিল। মাকে ভাত খাবলৈ বুলি বৰকৈ টনা-আজোৰা কৰিছিল যদিও মিনতিয়ে "ভাত নেখাওঁ, ভোক নাই" বুলি শুই থাকিল।

পাচদিনা মিনতিৰ বাহিৰে ঘৰৰ গোটেই কেইজন ৰাতিপুৱা ৫ বজাতে শুই উঠিল। মনৰ দুখতে মিনতিৰ মাজ নিশালৈকে টোপনি যোৱা নাছিল। শেষ নিশাহে চকু দুটা লগাত পুৱা উঠোতে অলপ পলম হল। ৭ মান বজাত মুখ-হাত ধুই উঠি মনটো আনন-জিমনকৈ আছিল যদিও ৮ মান বজাত দেউতাক বিজাৰ্ভৰ পৰা ফিৰি আহিলত আগৰ দৰে অফিচ ৰুমতে দেউতাকক চাহ পিয়লা দিলেগৈ। পুলিচ চাহাব কাৰ্য্য দেখিয়েই কাৰণ নিৰ্ণয় কৰিব পৰা সূক্ষ্মদৰ্শী লোক। মিনতিয়ে এই ৰুমত তেওঁক এইদৰে দিয়া চাহ পিয়লাই হৈছে মিনতি আৰু অৰুণৰ মিলনৰ প্ৰথম সূত্ৰপাত। সেই কাৰণে চাহাবে চাহ পিয়লা মুখত লৈ মিনতিক কলে "মিনতি,

তই আৰু আগলৈ মোক অফিচ ৰুমত চাহ দিব নেলাগে। কলেজলৈ যোৱাও আৰু কোনো প্ৰয়োজন নাই। মোৰ নিজা লাইব্ৰেৰীত থকা পুথিবোৰ অধ্যয়ন কৰিলেই যথেষ্ট হব। গতিকে তই আৰু কলেজলৈ যাব নেলাগে; বুইছ ?"

দেউতাকৰ কথা শুনি মিনতিয়ে বেজাৰ মনেৰে কাকো একো নমতা নোবোলাকৈ বিছনাত পৰিলগৈ। বিছনাত পৰি মিনতিয়ে উচুপি উচুপি কান্দিবলৈ ধৰিলে।

মিনতিয়ে কন্দা দেখি মাকৰ প্ৰাণ কান্দি উঠিল। হেজাৰে হওক মাকৰ চিত। দেউতাকে তাইক কিবা গালি-শপনি পাৰিছে বুলি চাহাবৰ ওচৰলৈ গল। চাহাবৰ ওচৰলৈ গৈ মাকে কলে যে তাই মনৰ দুখত ৰাতি একো নোখোৱাকৈ তেনেই পৰি থাকিল। পুৱা শুই উঠিও চাহ-জলপান খোৱা নাই। তেনে স্বলত আপুনি তাইক গালি-শপনি পাৰি কেলেই কন্দুৱাইছে? তাই দোষ কৰিছে, কালিয়েই যি কলে কলে, আজি আকৌ সেই সোপা কব লাগিছে কেলেই? লৰা-ছোৱালীয়ে বেয়া কৰিলে মিঠা কথাৰে বুজাই ভাল কৰিবহে লাগে? নেজানেনে লৰা-ছোৱালীক মাৰ-পিট গালি-গালাজ কৰিলে দগধা হয়।

চাহাবে কলে "মই সেইবিলাক সকলো বুজি পাওঁ। কিন্তু তুমি জীয়েৰৰ হৈ এইদৰে ওকালতি কৰাৰ কি প্ৰয়োজন? এইদৰে উচটনি দিয়াৰ পৰিণাম কি ভীষণ তুমি তাক জানানে? মই তো মিনতিক একো গালি-শপনি পৰা নাই, পাৰিছা যদি তুমিয়েহে মিনতিক একো গালি-শপনি পৰা নাই, পাৰিছা যদি তুমিয়েহে পাৰিছা। তথাপি তুমি আকৌ মোকে দোষ দি জীয়েৰৰ যি হিত চিন্তিব খুজিছা, তাৰ দ্বাৰা হিত নহয়, অহিত হে হব, বুইছা? মই আগলৈ সাৱধান হবলৈ সতৰ্ক কৰি দিয়াতেই যদি দোষ হল, তেন্তে আৰু উপায় নাই। মোৰ ছোৱালী হৈ মোৰ তলতে কাম কৰা দাৰোগা এজনৰ লগত উম্ভওালি কৰা দেখি সাৱধান কৰি দিলে যদি সিহঁতৰ



কিবা অনিষ্ট হয়, তেন্তে হবলৈ দিয়া। মোক আৰু অনৰ্থক আমনি নিদিবা।"

ঘৈণীয়েকে কলে "তেনেহলে টকা ভাঙি হলেও ডাঙৰ মানুহৰ এজন ভাল লৰা বিচাৰি আনি তাইক বিয়া নিদিয়ে কেলেই? তেতিয়া হলে তো আৰু একো লেঠা নেলাগিব।"

চাহাবে কলে "মই তাকেই ভাবিছোঁ, কিন্তু মই পণ-প্ৰথাৰ ঘোৰ বিৰোধী। আমি জানিবা হেজাৰে হেজাৰে টকা দি দৰাটো কিনি ললোঁৱেই, দুখীয়াবিলাকে কৰিব কি? দুখীয়াবিলাকে টকা দি কেনেকৈ ছোৱালী বিয়া দিব। সেই কাৰণে মোৰ মনেৰে পণ-প্ৰথা এটা মহাপাপ। পাৰিলে দৰাৰপৰা টকা লৈহে ছোৱালী বিয়া দিব লাগে। প্ৰাচীন ভাৰতত টকা লৈ ছোৱালী বিয়া দিয়াৰ প্ৰথা সৌ সিদিনালৈকে আছিল।

( ১১ )

ছাৰ্কাছ চাই উভতি আহি অৰুণ ঘোৰ চিন্তাত পৰিল। গোটেই নিশাটো অলপো টোপনি নহল। তেওঁৰ নিজৰ বিপদ বা চাকৰিটোৰ কাৰণে অলপো চিন্তা কৰা নাছিল, চিন্তা কৰিছিল মিনতিৰ কাৰণে। কলেজৰ শিক্ষিতা ছোৱালী, মাক-বাপেকৰ তিৰস্কাৰ, আত্ম-হত্যা আদি নানা ভাবে অৰুণৰ মন খেলি-মেলি লগাইছিল। এই খেলি-মেলি ভাববিলাকৰ মাজতো অৰুণে এটি কথাত ধৈৰ্য্য ধৰি আছিল যে, যদি মিনতিয়ে সঁচাকৈয়ে অৰুণক প্ৰাণেৰে সৈতে ভাল পায়, তেন্তে অৰুণৰ মোহটোৰ কাৰণেই তেওঁ আত্ম-হত্যা কৰিব নোৱাৰে।

ৰাতি পুৱাল।.... ইমান দিনে অৰুণে তেওঁৰ আজীৱন বন্ধু

তৰুণৰ আগত মিনতিৰ প্ৰণয়-কাহিনীৰ কথা ঘূণাক্ষৰেও কোৱা নাছিল। পাচত এতিয়া অৰুণে আৰু নকলে নহব বুলি ভাবি তৰুণৰ ওচৰ চাপিলগৈ। অৰুণে তৰুণৰ আগত মিনতিৰ সকলো প্ৰণয়-কাহিনী এটি এটিকৈ বিবৰি কলে।

তৰুণে অৰুণৰ সকলোবিলাক কথা ধীৰভাৱে শুনি কলে—"গোলাপ ফুল ছিঙি আনিব খুজিলে কাঁইটৰ আঁচোৰ খাব লাগিবই! এই বাবে চিন্তা কৰিবৰ কোনো প্ৰয়োজন নাই। তাতে আকৌ ৰহস্য কৰি কলে—মই সেই গাভৰু গৰাকীক ছাতিটো দিওঁতেই কৈছিলোঁ নহয়, তেওঁ এই ছাতিটো আৰু ঘূৰাই নিদিয়ে, ছাতিটোৰ পৰিবৰ্ত্তে দিব কিবা এটি প্ৰিয় বস্তু। সেয়েহে মিনতিয়ে তোমাৰ ওচৰত আত্মদান কৰিছে। মিনতিয়ে তোমাক প্ৰাণেৰে সৈতে আত্মদান কৰিছে যেতিয়া তুমি আৰু তেওঁক মনৰপৰা আঁতৰাবলৈ চেষ্টা নকৰিবা। তাইক ভাল পোৱাৰ কাৰণে চাহাবে তোমাৰ একো অনিষ্ট কৰিব নোৱাৰে, কেৱল তোমালোকৰ মিলনৰ পথত বাধাহে জন্মাব পাৰিব। বোৱতী নদীৰ সোঁত ভেটা দি ৰাখিবৰ কাৰ সাধ্য? ভয় নাই বন্ধু, তুমি কৰিবলগীয়া কাম কৰি যোৱাঁ, ফলাফল বিভুৰ হাতত।"

অৰুণে ছাৰ্কাছ চোৱা আজি তিনি দিন হল—অৰুণৰ মন একেবাৰে বিষণ্ণ, আনন্দৰ লেশ মাত্ৰ চিন নাই। বন্ধু তৰুণৰ উৎসাহপূৰ্ণ সদোপদেশ শুনি মন আনন্দত প্ৰফুল্ল হৈ উঠিল, মুখত হাঁহি বিৰিঙিলে। মনত নতুন বল পাই তেওঁ থানালৈ উভতি গৈ আকৌ নতুন উদ্যমেৰে কাম কৰিবলৈ ধৰিলে; কেৱল পুলিচ চাহাবৰ ওচৰত হে মুখ লুকুৱাই ফুৰিছিল—সিয়ো আকৌ ভয়ত নহয়, লাজত হে। পুলিচ চাহাবেও জীয়েকৰ কিবা অপযশ হয় বুলি আৰু তেখেতসকলৰ অপমান হয় বুলি মিনতি আৰু অৰুণৰ কথাটো ঘূণাক্ষৰেও কাৰো আগত কোৱা নাছিল।



আজি পাঁচ দিন হল, দেউতাকে বাধা দিয়াত মিনতি কলেজলৈ যোৱা নাই। তাইৰ মুখ সদায় মলিন। মুখত হাঁহি নাই, খোৱা-বোৱাতো ৰুচি নাই, মনটো চিন্তাযুক্ত। মিনতিয়ে এতিয়া আগৰ দৰে দেউতাক আৰু মাকৰ আগত কথা-বতৰা নহয়। মিনতিয়ে ভাবে কেৱল অৰুণৰ কথা! বৰ দুখ লাগিলে অৰুণৰ ছাতিটো আনি তাকে বুকুত সাৱটি লৈ চকুলো টোকে।

মিনতিৰ অৱস্থা শোচনীয় দেখি মাক আৰু দেউতাকে তাইক মাতি আনি আদৰ কৰি বহুত কথা বুজালে আৰু মন মাৰি ঘৰত বহি নেথাকি কলেজলৈ যাবলৈ কলে। ৰাতি বিছনাত শুই শুই মিনতিয়ে কতনো কথা নেভাবিলে। পাচত কলেজলৈ যোৱাটোকে ঠিক কৰিলে। নিষ্কৰ্ম্মা জীৱন ভূতৰ বাহ। গতিকে কলেজলৈ যোৱাটো বেয়া নহয়। বিশেষকৈ কলেজলৈ অহা-যোৱা কৰোঁতে কেতিয়াবা হয়তো অৰুণৰ সৈতে দেখা-সাক্ষাতো হব পাৰে। সেইটো জানো তাইৰ পক্ষে কম সৌভাগ্যৰ কথা!!

পাচদিনা ৰাতিপুৱা শুই উঠি মিনতিয়ে আগৰ দৰে পুৱাৰ নিত্য-কৰ্ম্ম কৰি অলপ পঢ়া-শুনা কৰিলে। তাৰ পাচত খাই-বৈ উঠি কলেজলৈ গল। আগৰ দৰে মিনতিয়ে ৪।৫ দিন কলেজলৈ অহা-যোৱা কৰিলে, কিন্তু ক'তা, বাটে-ঘাটে, কেনিও কতো তো অৰুণক দেখা নেপালে। কাছাৰী ঘাটত দেখা-দেখি হবৰ আৰু মিনতিৰ সেই সৌভাগ্য নাই, এতিয়া মাকে মিনতিক লগত লৈ গধূলি ফুৰিবলৈ যায়।

ইপিনে পুলিচ চাহাবে ভাবি-চিন্তি ঠিক কৰিলে যে অৰুণক গুৱাহাটীৰ থানাত ৰাখিলে মিনতিৰ সৈতে দেখা-সাক্ষাত হৈ থাকিব, তেতিয়া সিহঁতৰ মিলা-প্ৰীতিৰ ভাব লাহে লাহে গাঢ় হৈ উঠিব। গতিকে অৰুণক গুৱাহাটীৰপৰা স্থানান্তৰ কৰাই উত্তম পথ।

সৰভোগ থানাৰ ভাৰপ্ৰাপ্ত কৰ্ম্মচাৰীজনৰ থানাৰ কাম অতিপাত

বৃদ্ধি হোৱাত এজন দাৰোগা পাবৰ কাৰণে পুলিচ চাহাবক জনাইছিল। চাহাবে তাৰে চেলু লৈ অৰুণক সৰভোগ থানালৈ বদলি কৰিলে আৰু সোনকালে তেওঁ সৰভোগ থানালৈ যাব লাগে বুলি হুকুম দিলে। যাতে অৰুণৰ সৰভোগলৈ যোৱাৰ উৎসাহ বাঢ়ে, সেই নিমিত্তে সৰু-সুৰা মোকৰ্দ্দমাবিলাক তদন্ত কৰি ফাইনেল ৰিপোর্ট দিব পৰাৰ ক্ষমতাও অৰুণক দিলে।

অৰুণে চাহাবৰ হুকুম পোৱাৰ দুদিন পাছতেই সৰভোগলৈ গল। মিনতিৰ লৈতে দেখা কৰিবৰ কাৰণে বিশেষ চেষ্টা কৰিও তেওঁ মিনতিৰ লৈতে দেখা-শুনা কৰিব নোৱাৰিলে। গুৱাহাটী থানাৰ ওচৰতে থকা ২য় বাৰ্ষিকৰ ছোৱালী এজনীক কৈ গল যে তেওঁ পুলিচ চাহাবৰ হুকুম মতে সৰভোগ থানালৈ বদলি হৈ গল। এই খবৰটো যেন তেওঁ মিনতিক দিয়ে।

অৰুণে দেউতাকক আবদ্ধ কৰি ৰখা ভুৱা-জালখনলৈকো নেপাহৰিলে। এশ টকা মণিঅৰ্ডাৰ কৰি দেউতাকলৈ লিখিলে যে "তেওঁৰ যোৱা কেইমাহৰ মাষ্টৰী কৰা দৰমহাৰ টকা তেওঁৰ হাতত এশ জমা আছিল। সৰভোগ হাইস্কুলৰ এচিষ্টেণ্ট হেড মাষ্টৰৰ পদটো খালি হোৱাত তালৈ যাবলৈ তেওঁক বৰকৈ ধৰাত অগত্যা তেওঁ সৰভোগলৈ এচিষ্টেণ্ট হেড মাষ্টৰ হৈ গল। যদিও তেওঁ সৰভোগলৈ এই কামত গৈছে, তথাপি তেওঁ হাকিম বা ছব-ডেপুটী কাম এটাৰ কাৰণে বৰকৈ চেষ্টা কৰি আছে।" অৰুণে এইদৰে লিখা চিঠিখন ডাকত পেলাই দি অলপ নিশ্চিন্ত হল।

অৰুণৰ অনুৰোধ মতেই সেই ছোৱালীজনীয়ে অৰুণ সৰভোগলৈ বদলি হোৱাৰ বাতৰিটো মিনতিক দিলে। অৰুণ সৰভোগলৈ যোৱাৰ বাতৰি পাই মিনতিৰ মুখখন ক'লা পৰি যোৱাত ছোৱালী জনীয়ে হাঁহি মাৰি কলে—এতিয়া দেখিছো আকৌ এখন "মেঘদূত"ৰ উৎপত্তি হব, নহয় নে বাৰু? মিনতিয়ে মিচিক্‌কৈ হাঁহিলে।



( ১২ )

নাৰায়ণ গোস্বামী সৰভোগৰ এজন সম্ভ্ৰান্ত লোক। তেওঁ সৰভোগ ইউনিয়নৰ চেক্ৰেটৰী, হাইস্কুল আৰু হাস্পতালৰ সভাপতি। সেই অঞ্চলত তেখেতৰ বহুত শিষ্য আছে। মাটি-বাৰীও যথেষ্ট, অৱস্থা বেছ ভাল। তেখেতৰ লৰা ৩ জন আৰু ছোৱালী ৪ জনী। এজন লৰা এতিয়া গুৱাহাটী কটন কলেজৰ ৩য় বাৰ্ষিকৰ ছাত্ৰ। বাকী দুজন লৰাই সৰভোগ হাইস্কুলতে পঢ়ি আছে। ছোৱালী চাৰিজনীৰ ভিতৰত ডাঙৰজনী বিয়া দিছে, বাকী তিনিজনী ঘৰতে আছে। তাৰে দুজনী ছোৱালী পুষ্পিতা হৈ আছে যদিও উপযুক্ত পাত্ৰ নেপাই বিয়া দিব পৰা নাই। কোনো চৰকাৰী চাকৰিয়াল বা আন কোনো ভদ্ৰলোক সৰভোগলৈ গলে সকলো তেখেতৰ ঘৰতে আলহী হৈ থাকে।

অৰুণ গুৱাহাটীৰপৰা যাবৰ দিনাই ভাটীবেলা গৈ সৰভোগ পালে। থানালৈ গৈ থানাৰ অফিচাৰবিলাকৰ ঘৰত থাকিবৰ কাৰণে কোনো সুবিধাজনক ঠাই নেপালে। স্থানীয় ডাক-বঙলাতো থাকিবলৈ ঠাই নাই—প্ৰত্যেক কোঠালীতে দুজনকৈ চাৰিজন ভদ্ৰলোক সেই বঙলাটোত আছে। নিৰুপায়ত পৰি মানুহক সুধি-পুচি তেওঁ গোস্বামীৰ ঘৰ পালেগৈ। তেতিয়া প্ৰায় পাঁচ মান বাজিছে; গোস্বামী ঘৰতে আছিল। অৰুণৰ পৰিচয় পাই গোস্বামীয়ে সন্তোষ মনেৰে তেওঁক তাতে থাকিবলৈ দিলে। গোস্বামীয়ে অৰুণক কলে যে তেওঁৰ দেউতাক ৰবপেটাত হাকিম হৈ থাকোঁতে তেওঁক বৰ উপকাৰ কৰিছিল।

লগে লগে অৰুণক চাহ-জলপানৰ যোগান ধৰিলে। চাহ-জলপান খাই অৰুণ সুস্থ হল। আলহী থকা কোঠালীটোত লগুৱাৰ দ্বাৰা বিছনা-পত্ৰ পৰাই দি অৰুণক তাতে অলপ বিশ্ৰাম কৰিবলৈ দিলে। অৰুণে ভালকৈ অনুভৱ কৰিলে—গোস্বামীৰ ঘৰত আলহী শুশ্ৰূষাৰ অলপো ত্ৰুটি নাই।

অৰুণ গোস্বামীৰ ঘৰত তিন দিন থাকিল। এই তিন দিনৰ ভিতৰতে অৰুণ গোটেইটো গোস্বামী পৰিয়ালৰ ভিতৰতে আদৰৰ পাত্ৰ হৈ উঠিছিল। গোস্বামীৰ ছোৱালী দুজনীয়ে অৰুণৰ আল-পৈচান ধৰি আৰু কথা-বতৰা পাতি বৰ ভাল পাইছিল। মুঠৰ ওপৰত অৰুণ যেন তেওঁলোকৰ কোনোবা কালৰ নিজা ককাইদেৱেক আছিল, এনে ভাব কৰি আদৰ-সাদৰ কৰিছিল।

অৰুণ এজন অমায়িক আৰু কাৰ্য্য তৎপৰ ডেকা। এই তিন দিনৰ ভিতৰতে অৰুণৰ সৎ ব্যৱহাৰ, কথা-বতৰা আৰু কাম-কাজ দেখি থানাৰ ভাৰপ্ৰাপ্ত কৰ্ম্মচাৰীজন তেওঁৰ ওপৰত বৰ সন্তুষ্ট হল। তেখেতে চতুৰ্থ দিনা এচিষ্টেণ্ট চাব ইন্সপেক্টৰৰ কোৱাৰ্টাৰ এটা খালি কৰাই অৰুণক তাতে থাকিবলৈ দিলে। অৰুণে যিবিলাক কাম নেজানে থানাৰ ইনচাৰ্জ মহাশয়ে সেই সকলোবিলাক কাম শিকাই দিছিল। অৰুণ ১০।১৫ দিনৰ ভিতৰতে সৰভোগৰ সকলোৰে মৰমৰ পাত্ৰ হৈ উঠিল। যেতিয়া শুনিলে যে অৰুণ শ্ৰীদুৰ্গাপ্ৰসাদ বৰুৱা হাকিমৰ পুত্ৰ, তেতিয়া তেওঁক সকলোৰে মৰম আৰু সন্মান কৰিবলৈ ধৰিলে। অৰুণে গোস্বামীৰ ঘৰৰ পৰা আহি যদিও চৰকাৰী ঘৰত থাকিবলৈ ললে, তেতিয়াও অৰুণ গোস্বামী পৰিয়ালৰ এজন হৈয়ে আছিল। গোস্বামীৰ ছোৱালী তিনিও জনীয়ে ককাইদেউ ককাইদেউ বুলি কোৱাৰ্টাৰলৈকে আহি তেওঁৰ খোৱা-বোৱাৰ বিচাৰ কৰি সেই মতে কাম-বন বা দ্ৰব্য বস্তুৰে সহায় কৰিছিল। আনকি গোস্বামীৰ ঘৰত কেতিয়াবা ভাল আঞ্জা বন্ধা-বঢ়া হলে তাকো নি অৰুণক খাবলৈ দিছিল।

সৰভোগত সকলোৰেপৰা আদৰ-সাদৰ আৰু অভ্যৰ্থনা আদি পায়ো অৰুণৰ মনত শান্তি নাছিল। মিনতিৰ কাৰণে তেওঁৰ মনত চিন্তা। আজি প্ৰায় মাহদিন হৈ গল, মিনতিৰ কোনো খবৰ-বাতৰি পোৱা নাই। পুলিচ চাহাবৰ ভয়ত অৰুণে মিনতিলৈ চিঠি দিব



পৰা নাই, কিন্তু মিনতিৰ তো সেই বাধা নাই। এইবিলাক ভাবি-গুণিয়েই অৰুণৰ মনত শান্তি নাই।

মিনতিয়ে কলেজলৈ সদায় নিয়ম মতে অহা-যোৱা কৰি আছে। কিন্তু বাটত কলেজীয়া লৰা দেখিলেই তাইৰ অৰুণলৈ চিৰিংকৈ মনত পৰে। কাৰো আগত প্ৰকাশ নকৰিবলৈ বৰকৈ শপত দি থানাৰ এজন কনিষ্টবলৰপৰা মিনতিয়ে মাজে-সময়ে অৰুণৰ খবৰ লয় সঁচা, কিন্তু সেই খবৰৰ ওপৰত বৰকৈ নিৰ্ভৰ কৰিব নোৱাৰে। কেতিয়াবা চিঠি দিবলৈ মনতে পাঙে, কিন্তু জানোছা এই চিঠি আনৰ হাতত পৰিলে অৰুণৰ কিবা অনিষ্ট হয়, এই ভাবি মনটো আকৌ সঙ্কুচিত হৈ উঠে।

( ১১ )

পুলিচ চাহাবে ঘৈণীয়েকক আগতে কৈ থৈছিল যে তেওঁ এজন ভাল লৰা চাই মিনতিক সোনকালে বিয়া দিব। ক'ত ভাল লৰা পায়, চাহাব তাৰেই সন্ধানত আছিল।

বিনোদ দত্ত নামৰ লৰাজনৰ ঘৰ যোৰহাটৰ কেন্দুগুৰিত। তেওঁৰ দেউতাক ছবডেপটী কলেক্টৰ আছিল। আজি দুবছৰ মান হল, তেখেত হাকিমী পদলৈ উন্নীত হৈছে। বৰ্ত্তমান নগাঁৱৰ নিম্ন ন্যায়ালয়ত হাকিম হৈ আছে। বিনোদে গুৱাহাটীত থাকি এম-এৰ পঞ্চম বাৰ্ষিকত পঢ়ে। তেওঁৰ বয়স প্ৰকৃততে ২৬ বছৰ, কিন্তু কলেজত ২৩ বছৰ বুলি লিখা আছে। বিনোদৰ গাৰ বৰণ মিঠা, চকু দুটা অলপ কেৰা। বায়ু-পিত্তৰ দোষতেই নে আন কিবা কাৰণত কৰ পৰা নেযায়, মূৰৰ চুলি প্ৰায় আধা-আধি পকিছে। ওখত তেওঁ মিনতিতকৈ ডেৰ গুণমান হব। সঁচা কথা, যদি মিনতিক আনি বিনোদৰ কাষত থিয় কৰোৱা হয়, তেন্তে মিনতি বিনোদৰ কাষলতিৰ

তলতে থাকিব। সি যি হওক পুলিচ চাহাবে সন্ধান কৰি এই বিনোদকেই বিচাৰি পালে।

পুলিচ চাহাবে বিনোদৰ দেউতাক আৰু বিনোদৰ সৈতে বিবাহ সম্পৰ্কে কথা-বতৰা হল। বিয়াৰ সকলো বন্দবস্ত হোৱাত কন্যা চাবৰ কাৰণে পুলিচ চাহাবে বিনোদক নিমন্ত্ৰণ কৰি আহিল।

বিনোদে মিনতিক কোনো দিনে দেখা নাই; কিন্তু মিনতি যে দেখিবলৈ বৰ ধুনীয়া, এই কথা হলে তেওঁৰ বন্ধু-বান্ধৱৰ মুখৰ পৰা শুনিছে। মিনতিয়েও বিনোদক এদিনো দেখা নাই। বিনোদে ূতি আৰু পাঞ্জাবী কুৰ্ত্তা পিন্ধে। পাচৰ দেওবাৰৰ দিনাখন তেওঁ এখন ধোবাই ধোৱা তি আৰু পাঞ্জাবী এটা পিন্ধি, চকুত দামী ছছমা এজোৰ লগাই আবেলি ৪ মান বজাত চাহাবৰ বঙলালৈ গল। লগতে তেওঁৰ বন্ধু এজনকো লৈ গৈছিল। চাহাব তেতিয়া তেওঁলৈ অপেক্ষা কৰি বঙলাতে আছিল। চাহাবে মিনতিৰ মাকক সকলো কথা কৈ মিনতিক দেখুৱাবলৈ কৈ থৈছিল। বিনোদহঁত গৈ পোৱাত চাহাবে তেওঁলোকক বাবান্দাতে বহিবলৈ দিলে। তেওঁলোকৰ লগতে চাহাবো বহি কথা-বতৰা পাতিবলৈ ধৰিলে। মিনতিয়ে সেই ছাৰ্কাছ চোৱাৰ দিনৰ পৰা আৰু বেছি ওলাই-সোমাই নুফুৰে। আগৰ দৰে মাক আৰু দেউতাকৰ লগত কথা-বতৰাও নহয়। কলেজৰ পৰা আহি তাই শোৱা কোঠালীটোতে সোমাই অৰুণৰ ধ্যান কৰি থাকে। মাক-দেউতাকে তাইৰ কাৰণে এটা দৰা বন্দবস্ত কৰিছে বুলি ঘুনুক-ঘানাককৈ শুনিছিল। সেই দিনা চাহাবে দিয়া ইঙ্গিত মতে মাকে তামোলৰ বটাটো বাবান্দালৈ লৈ যাবৰ কাৰণে মিনতিক কলে। মাকৰ কথা শুনি মিনতিয়ে খং কৰি কলে যে "তামোলৰ বটা আলহীক দিবলৈ আপুনি কোনো দিনে তো মোক কোৱা নাছিল? তামোলৰ বটা দিবলৈ আমাৰ গদঙী বাই আছেই দেখোন!"

মাকে মিনতিৰ ওচৰলৈ গৈ গা-মূৰ পিহি বুজাই-বৰাই কলে—



"সেই লৰাটোলৈ তোক বিয়া দিব বুলি দেউতাকে তাক কন্যা চাবলৈ মাতি আহিছে। তই যাচোন, সিও তোক চক আৰু তয়ো তাক চাই আহগৈ।"

মাকৰ কথা শুনি মিনতি খঙত ৰঙা পৰি উঠিল। মিনতিয়ে খঙেৰে কলে—"কিয় মোক অনৰ্থক জুলুম কৰিছে। এইখন ৰূপৰ বজাৰ নহয় যে ৰূপ দেখুৱাই বিয়াৰ বজাৰ ঠিক কৰিব লাগিব। মই যাক চাব লাগে চাইছোঁ, কোনোবা কাৰ্ত্তিকৰ নিচিনা ধুনীয়া হলেও আৰু তালৈ চোৱা নহয়। দেউতাৰ নিৰ্ব্বাচনত মই সন্মত নহওঁ বুলি কব। মোৰো তো ভাল-বেয়া বুজিবৰ ক্ষমতা আৰু স্বাধীনতা আছে।"

মিনতিৰ কথা শুনি মাকে কি কব, কি নকব একো ভাবি নেপাই কলে—"এই মৰতীজনী জানিবা মোৰ আপদহে হল! এই আমাৰ নাক-কাণ নেকাটিলেহে নকটা।"

ভিতৰৰ পৰা তামোলৰ বটাটো অহা পলম হোৱা দেখি চাহাব ভিতৰলৈ সোমাই গৈ মিনতি কলৈ গল বুলি মাকক সুধিলে। মাকে কলে—"জানো অথন, তাই কলৈ গল! তাইক বটাটো লৈ যাবলৈ কোৱাত তাই খং কৰি কিবা-কিবি ভালেমান কৈ কোনোবা ফালে ওলাই গল। তাই হেনো আপোনাৰ নিৰ্ব্বাচনত সন্মত নহয়। আজি-কালিৰ দস্তুৰ মতে নিজৰ দৰা নিজেই বাচি লব।"

ঘৈণীয়েকৰ মুখে মিনতিৰ কথা শুনি চাহাবৰ বৰ খং উঠিল। কিন্তু এনে অৱস্থাত খং কৰাটো উচিত নহয় বুলি খং দমাই ৰাখি কলে—তাই হবলা সেই খেকাৰ খোৱা দাৰোগাটোৰ মোহ এতিয়াও এৰিব পৰা নাই। তামোলৰ বটাটো গদঙী বাইক লৈ আহিবলৈ কৈ "দাইনিং ৰুমত" ভালকৈ জা-জলপান দিবলৈ ঘৈণীয়েকক কৈ আহিল।

মনৰ খং মনতে মাৰ নিয়াই চাহাব হাঁহি মাৰি বাৰান্দালৈ ওলাই আহি কলে "বোপাহঁত! মোৰ ছোৱালীজনী বৰ লাজকুৰীয়া। চাওঁ বুলি নহাহেঁতেন নিশ্চয় তোমালোকৰ আগত ওলালহেঁতেন। চাওঁ বোলাত ওলাবলৈ লাজ কৰিছে। মাকে বৰকৈ কোৱাতো ওলাই নাহিল। বেয়া নেপাবা। মিনতি সদায় কলেজলৈ যায়। তেতিয়া চালেই হব নহয়। কলেজলৈ যাওঁতে চাই-চিতি কেনে দেখা মোক মতামত জনাবা। হব নহয়?"

বিনোদে নম্র স্বৰত কলে—"ভাল, কোনো কথা নাই; সেইদৰে হলেও হব। বাৰু আমি আমাৰ মতামত জনাম। আপুনি সেই অনুযায়ী কাম কৰিলেই হব।"

পুলিচ চাহাবৰ বুদ্ধিয়ে ফল ধৰাত এটি তৃপ্তিৰ হাঁহি মাৰিলে। এনেতে ডাইনিং ৰুমত চাহ-জলপান দিয়া হৈছে বুলি কোৱাত আটাই কেইজন তালৈ সোমাই গল। ভাবী জোঁৱায়েকলৈ যি খাদ্য-সম্ভাৰ যোগাৰ কৰিছিল, তাক নকলেও হব। আটাই কেইজনে তৃপ্তিৰে আহাৰ কৰাৰ পাচত, কিছু কথা-বতৰা পাতি বিনোদহঁতক সাদৰেৰে বিদায় দিলে।

বিনোদহঁত যোৱাৰ পাচত চাহাবে ঘৈণীয়েকক খাটাংভাৱে কৈ দিলে যে যদি বিনোদ সন্মত হয় তেন্তে অলপ দিনৰ ভিতৰতে মিনতিক বিয়া দি সকলো জঞ্জাল আঁতৰাব। চকুক সুধি কোনেও চাউল নবহায়। তাইৰ মতামত লোৱাৰ কোনো প্ৰয়োজন নাই। প্ৰেমত বলিয়া হলে ভালকো বেয়া দেখে আৰু বেয়াকো ভাল দেখে।

চাহাবৰ কথা শুনি ঘৈণীয়েকে ক'লে "যদি তাই সন্মত নহয়, তেতিয়া কি কৰিব?"

"কি কৰিম দেখিবা নহয়; এতিয়া তোমাক কেলেই? এনেয়ে পুলিচ চাহাবৰ খিতাপ খোৱা নাই।"



ইয়াৰ কেইদিন মানৰ পাচত চাহাবে বিনোদৰপৰা সন্মতি-সূচক এখন পত্ৰ পালে। বিনোদে বিয়াত সন্মতি দিয়াত চাহাব আনন্দিত হল।

পুলিচ চাহাবে আৰু খন্তেকো পলম নকৰিলে, নগাঁৱলৈ গৈ বিনোদৰ দেউতাকৰ লগত পৰামৰ্শ হৈ বামুণৰ হতুৱাই দিন-বাৰ চোৱাই বিয়াৰ সকলো কথা নিষ্পত্তি কৰিলে। দৰা-ঘৰীয়া গুৱা-হাটীতে থাকি বিয়া কৰাব। ভাল ঘৰ এটা ঠিক কৰি দিয়াৰ ভাৰো চাহাবে নিজে ললে।

মিনতিৰ বিয়া কেতিয়া কেনেকৈ কাৰ লগত হব সেই সকলো কথা মিনতিহঁতৰ বঙলাৰ আটাইবিলাকে জানিলে। মিনতিৰ কাণতো নপৰাকৈ নেথাকিল। যিদিনাই মিনতিয়ে বিনোদৰ লগত বিয়া দিয়াৰ কথা শুনিলে, তেতিয়াৰপৰা মিনতিৰ চকুত টোপনি নোহোৱা হল। কি কৰিব কি নকৰিব ভাবি একোকে স্থিৰ কৰিব নোৱাৰিলে। কলেজৰ ছোৱালী হলেও মিনতিৰ ৰামায়ণ, মহাভাৰত, পুৰাণ, ভাগৱত আদি পঢ়াৰ অভ্যাস আছিল। এই বিপদৰ সময়ত মিনতিৰ ৰুক্মিণীৰ বিবাহলৈ মনত পৰিল। বেচেৰা বেদনিধি বাপুৰে পত্ৰ লৈ গৈ দ্বাৰকাৰ শ্ৰীকৃষ্ণক নিদিয়াহেঁতেন ৰুক্মিণী দেবীৰ কি অৱস্থা হলহেঁতেন। তাকে ভাবি মিনতিয়ে অৰুণলৈ চিঠি দিবৰ কাৰণে কোন বিশ্বাসী লোক পাব—ভাবি একো ওৰ নেপালে। ডাকত দিবলৈকো তো কাৰ হাতত পৰে কি বিশ্বাস আছে! এইদৰে নানা অশান্তিৰে মিনতিৰ অন্তৰ ভৰি পৰিল। মিনতিয়ে ভালকৈ জানিছিল যে ধৈৰ্য্যহে বিপদৰ বন্ধু। এই বিপদত ধৈৰ্য্যৰ বাহিৰে তাইৰ আৰু কোনো বন্ধু নাই। সেই কাৰণে মিনতিয়ে বাহিৰত একো শোকৰ ভাব নেদেখুৱাই মনটো ঠিক ৰাখিবৰ কাৰণে মিনতিয়ে কলেজলৈ সদায় গৈ আছিল।

মিনতিৰ বিয়ালৈ আৰু বেছি দিন নাই, মাত্ৰ মাজতে ১৫ দিন

মানহে আছে। পুলিচ চাহাবৰ জীয়েকৰ বিয়া। গুৱাহাটী চহৰৰ প্ৰায় সকলোৰে মুখত শুনা যায়—পুলিচ চাহাবৰ জীয়েকৰ বিয়া। চাহাবে জীয়েকৰ বিয়াৰ কাৰণে যি আয়োজন কৰিছে সি অভূতপূৰ্ব্ব। ৰাইজক অভ্যৰ্থনা কৰিবৰ কাৰণে গাখীৰ-মিঠৈ আদিৰ বিপুল আয়োজন কৰা হৈছে, নৃত্যগীত, ৰং-ধেমালিৰ বাবে ঢুলীয়া আৰু বেণ্ডপাৰ্টিৰ কাৰণে আগেয়েই আগধন দিছে, মুঠৰ ওপৰত বিয়াৰ বাবে বিৰাট আয়োজন চলিছে। পুলিচ চাহাবৰ ডাঙৰ জীয়েকৰ বিয়া; আয়োজন পূৰাভাৱে হোৱাৰ কথাই। যাৰ তলত সুবিশাল শান্তি-ৰক্ষক পুলিচ বাহিনী, সেই পুলিচ চাহাবৰ অনুৰোধ কোনে উলংঘা কৰিব পাৰে? গতিকে দোকানী-পোহাৰী, ঠিকাদাৰ আদি সকলোৱে এই বিয়াত ভাগে ভাগে যোগান ধৰিছে।

বিয়ালৈ আৰু বেছি দিন নাই, অহা বুধবাৰে জোৰণ। আজি ৰাতি শোৱনি ঘৰত এখন বৰ আহল-বহল পালেঙত ভনীয়েক দুজনীৰ সৈতে মিনতি শুই আছে। গভীৰ মাজ-নিশা। চিন্তা-ভাৱনাত এতিয়াও মিনতিৰ চকুত টোপনি অহা নাই। মিনতিয়ে কৰিলে কি?— মিনতিয়ে ধীৰে ধীৰে ভনীয়েক দুজনীৰ ওচৰৰ পৰা উঠি থিয় হল। থিয় হৈ অলপ পৰ তম্ভি লাহে লাহে গৈ মেজৰ ওপৰতে থকা চুটকেচটো আনি অজৰাই ললে। তাতে কেইখনমান মেখেলা, চেলেং, ব্লাউজ আৰু কিছুমান সৰু সৰু তাইৰ লাগতিয়াল বস্তু ভৰাই ললে। বহু দিনৰ পৰা এটকা-দুটকাকৈ সাঁচি থোৱা টকা এশ আছিল, তাকো তাতে ভৰাই ললে। বিজাৰ্ভত ঢং ঢংকৈ তিনিটাৰ কোব পৰিল। মিনতিয়ে আৰু বেছি পৰ অপেক্ষা নকৰিলে, জোতাযোৰ, তাহানিখন অৰুণে দিয়া ছাতিটো আৰু চুটকেচটো হাতত লৈ কোনোৱে সঁহাৰি নোপোৱাকৈ হাতত-সাৰে ভৰিত-সাৰে এখোজ-দুখোজকৈ বঙলাৰ বাহিৰ হল। তেতিয়া বঙলাৰ সকলো ভৰ টোপনিত। মিনতি এইদৰে বঙলাৰ বাহিৰ



হৈ অহা কোনেও নেদেখিলে, কেৰে নেজানিলে। আন কি বঙলাৰ প্ৰহৰীয়েও (অৰ্ডাৰলিয়েও) গম নেপালে।

তাৰ পাছত মিনতিয়ে কৰিলে কি? ৰাজ-আলিত আহি ভৰিত জোতাযোৰ সুমুৱাই ললে। তাই জৰ্জ্জ ফিল্ড আৰু চাৰ্চ ফিল্ডৰ মাজৰ ৰাস্তাইদি ষ্টেশ্যনলৈ পোনাই খোজ দিলে। সেইখিনি সময়ত বাটত পহৰা দিয়া কনিষ্টবল নাইবা আন কোনো মানুহ নাছিল। সেই কাৰণে মিনতি গৈ নিৰ্ব্বিবাদে ষ্টেশ্যন পালে। মিনতিয়ে গৈ দেখিলে যে বুকিং ক্লাৰ্কে টিকট দিবলৈ আৰম্ভ কৰিছে। মিনতিয়ে চুটকেচটো হাতত লৈ গৈ কলিকতালৈ বুলি এখন ২য় শ্ৰেণীৰ টিকট কিনিলে। তাৰ পাছত মিনতিক যাতে কোনো চিনাকি মানুহে দেখা নেপায় তাকে ভাবি ২য় শ্ৰেণীৰ যাত্ৰীৰ জিৰণি ঘৰত সোমাই বহি থাকিল। মিনতিৰ ভয় হৈছিল, জানোচা তাই অহাৰ পাচতে ঘৰৰ মানুহে গম পাই ষ্টেশ্যনলৈকে বিচাৰি আহে!!

এইখন এক্সপ্ৰেছ গাড়ী আছিল। গাড়ীখনে ২০ মিনিট ৰৈ উকি মাৰি গুৱাহাটী ষ্টেশ্যন এৰিলে। এখন মান তামোল খোৱা সময়ত গৈ পাণ্ডু ষ্টেশ্যন পালেগৈ। তেতিয়া ৰাতি পুৱাল, কিন্তু গোটেই পোহৰ হোৱা নাই, বিজুলী-বন্তিবোৰ জ্বলিয়েই আছিল। মিনতি গাড়ীৰ পৰা নামি আন আন যাত্ৰীবিলাকৰ সৈতে নদী পাৰ হোৱা ফ্লেটখনত উঠিলগৈ। মিনতি ২য় শ্ৰেণীৰ যাত্ৰী আছিল। ২য় শ্ৰেণীৰ কোনোবা যাত্ৰীয়ে তাইক চিনি পাই বুলি তৃতীয় শ্ৰেণীৰ যাত্ৰীৰ মাজত সোমাই গৈ সিপাৰে আমিন গাঁৱৰ ২য় শ্ৰেণীৰ ডবাত উঠি ললে।

ফোঁচ ফোঁচ কৰি গাড়ীখন আমিনগাঁৱৰপৰা ভাটীমুৱা হৈ যাবলৈ ধৰিলে। এখন এখনকৈ ষ্টেশ্যন পাৰ হৈ গৈ সৰভোগ ষ্টেশ্যন পালেগৈ। সৰভোগত যে তেওঁৰ প্ৰাণৰ দেৱতা অৰুণ দাৰোগা হৈ আছে, এই কথা মিনতিয়ে ভালকৈয়ে জানে। আজি

এই বিদায় বেলাত প্ৰাণৰ দেৱতা অৰুণক কেনেবাকৈ দেখা পাম বুলি ভাবি মিনতিয়ে ডবাৰ পৰা মূৰ উলিয়াই মানুহৰ মাজলৈ চাবলৈ ধৰিলে। হঠাৎ অৰুণক দেখা পাই চিঞৰি উঠিল "হেৰি এইফালে চাওকচোন।"

অৰুণৰ কাণত এটি পৰিচিত মাত পৰাত 'কোন' বুলি পাক মাৰি চাই দেখে যে তেওঁৰেই সেই মিনতি। এইদৰে অপ্ৰত্যাশিত-ভাৱে মিনতিক দেখি বিস্ময় হৈ "কৰ পৰা আহিলা" বুলি অৰুণ মিনতিৰ কাষ চাপি গল। মিনতিয়ে অৰুণক দেখি সকলো পাহৰি উলাহতে কলে—"গুৱাহাটীৰ পৰা আহিছোঁ, কলিকতালৈ যাম। আজি যে বিদায় বেলাত আপোনাক লগ পালোঁ এয়েই সৌভাগ্য।" এই বুলি মিনতিয়ে হাতযোৰ কৰি প্ৰণাম জনালে। অৰুণে ব্যাকুল ভাৱে সুধিলে—কলিকতালৈ কিয় যোৱা মিনতি! দেউতাৰৰ লগত কিবা কাজিয়া লাগিল নে কি? মিনতিয়ে আৰু কব নোৱাৰিলে, বাককৃদ্ধ হল। অৰুণ পুলিচ বিভাগত কাম কৰা লোক, বুজিবলৈ আৰু বাকী নেথাকিল, তদুপৰি যোৱাকালি পুলিচ চাহাবৰপৰা মিনতিৰ বিবাহ উপলক্ষে অৰুণে এখন নিমন্ত্ৰণী ছপোৱা চিঠিও পাইছিল। অৰুণৰ ঘটনা সম্বন্ধে বুজিবৰ আৰু বাকী নেথাকিল। তাত গাড়ী বেছি সময় নৰয়। অনৰ্থক কথাৰ মৰণা নেমাৰি অৰুণ খপকৰে ডবাৰ ভিতৰ সোমাই, মিনতিৰ চুটকেছটো হাতত লৈ "নামা ইয়াতে" বুলি মিনতিক অনুৰোধ কৰিলে। অৰুণৰ অনুৰোধ উপেক্ষা কৰিবৰ মিনতিৰ কি সাধ্য—তথাপি কলে—"মই ইয়াত নামিলে আপোনাৰ যে বিশেষ অনিষ্ট হব! ক্ষমা কৰিব।" "চেচা পানী খালে যদি মুখ পোৰে, সেইটো নিজৰেই দুৰ্ভাগ্য মিনতি। ৰেল এৰিব এতিয়া, নামা।" মিনতি ৰেলৰপৰা ছাতিটো হাতত লৈ নামিল। চুটকেচটো হাতত লৈ অৰুণ নমাৰ লগে লগে উকি মাৰি ৰেল এৰি দিলে। ষ্টেশ্যনত এনে নাটকীয় ঘটনা দেখি ষ্টেশ্যনত



থকা মানুহবিলাকে ভেবা লাগি চাই থাকিল। দাৰোগা নিজেই শাস্তি ৰক্ষক, মিনতিৰ কথা সুধিবৰ কাৰ সাধ্য?

ৰেলৰপৰা নামি টিকটটো অৰুণক দিলে। কলিকতালৈ কৰা টিকটটো ভৱিষ্যতে কামত আহিব বুলি টিকটটো অৰুণে নিজৰ জেপত সুমুৱাই ৰাখিলে।

সেইদিনা কিবা এটা মোকৰ্দ্দমাৰ অনুসন্ধানত লগত দুজন কনিষ্টবল লৈ অৰুণ দাৰোগাৰ পোছাক পিন্ধি ষ্টেশ্যনলৈ গৈছিল। এইদৰে যে মিনতিক লগ পাব সপোনতো ভবা নাছিল। মনে মনে ঈশ্বৰক অশেষ ধন্যবাদ দি মিনতিক কলে—"মিনতি এতিয়া বলা, যাবহে লাগে।" কনিষ্টবল এটাৰ হাতত মিনতিৰ চুটকেটটো দি চাৰিওজন ষ্টেশ্যনৰ প্লেটফৰ্ম্মৰ পৰা বাহিৰ হৈ গল। প্লেটফৰ্ম্মৰ বাহিৰ হৈ কনিষ্টবল দুটাক বুজাই দি অৰুণে কলে যে এওঁক তোমালোক দুজনে গোস্বামীৰ ঘৰলৈ লৈ যোৱা। মই থানাত খবৰটো দি অলপ পাচতে গৈ পামগৈ।

কনিষ্টবল দুজনে ৰাজ-কুঁৱৰীক আগবঢ়াই নিয়াৰ দৰে আগবঢ়াই মিনতিক গোস্বামীৰ ঘৰলৈ লৈ গল। তেতিয়া প্ৰায় ছাৰে পাঁচ বাজিছে। গোস্বামীৰ ছোৱালী দুজনী অলপ ফুৰিবলৈ বুলি ওলাই আহি পদূলিৰ মুখ পাইছিলহি। তাতে কনিষ্টবল দুজনে এজনী গাভৰু ছোৱালী তেওঁলোকৰ ঘৰলৈ লৈ যোৱাত বৰ আচৰিত হল। গোস্বামীৰ ছোৱালী দুজনীয়ে কনিষ্টবল দুজনক আগৰে পৰা চিনি পায়। তাৰে এজনী ছোৱালীয়ে সুধিলে "এওঁ কোন, কলৈ যায়?"

কনিষ্টবল এজনে কলে "এখেত আমাৰ বৰুৱা দাৰোগাৰ কোনোবা আপোন মানুহ। আপোনালোকৰ তালৈ পঠিয়াই দিছে। তেখেত এতিয়াই আহি পাবহি।"

গোস্বামীৰ ছোৱালী দুজনীয়ে মিনতিৰ ৰূপ দেখি বৰ আনন্দ

পালে। তাতকৈ আনন্দ পালে অৰুণ বৰুৱাৰ কোনোবা আত্মীয় জন বুলি ভাবি। তেওঁলোক আৰু ফুৰিবলৈ নগল; মিনতিক ডিঙিত সাৱটি ধৰি "আহক বাইদেউ" বুলি ভিতৰলৈ লৈ গৈ—ভিতৰৰ বাৰান্দাত বহিবলৈ দিলে। কনিষ্টবল দুজনকো বাহিৰৰ বাৰান্দাতে বহিবলৈ দি ছোৱালী দুজনীয়ে মিনতিক কি খুৱাব কি নুখুৱাব ভাবিবলৈ ধৰিলে। বেলত আহোঁতে কাপোৰ-কানি মলিয়ন হৈ অহা দেখি লৰালৰিকৈ তপত চাহ এটোপা খাবলৈ দি গা-পা ধুই নিকা হবলৈ গা-ধোৱা ঘৰত পানী চাবন আদি যতনাই দিলে। ছোৱালী দুজনীৰ আদৰ দেখি মিনতি বিচূৰ্ত্তি হল। তাৰ পাচত মিনতিয়ে গা-ধোৱা ঘৰলৈ গা ধুবলৈ গল।

মিনতি গা ধোৱা ঘৰ সোমোৱাৰ অলপ পাচতে অৰুণ আহি গোস্বামীৰ ঘৰত উপস্থিত। অৰুণে কনিষ্টবল দুজনক যাবলৈ বিদায় দি বাটলৈ মাতি নি কলে এই ছোৱালীজনীৰ কথা যেন কাৰো আগত ঘুণাক্ষৰেও প্ৰকাশ নকৰে। অৱশ্যে মিনতি পলাই অহাৰ কথা কনিষ্টবল দুজনে তেতিয়াও জনা নাই। কনিষ্টবল দুজনে "কেলেই প্ৰকাশ কৰিম ছাৰ!" বুলি চেলাম দি নিজ নিজ ঠাইলৈ গুচি গল। অৰুণো আকৌ ভিতৰ সোমাই গৈ বাৰান্দাতে বহিল। এনেতে গোস্বামী আহি উপস্থিত। গোস্বামীক পাই অৰুণে ভালেই পালে। গোস্বামীয়ে অৰুণক "কলৈ আহিলা" বুলি সোধাত অৰুণে কলে যে মোৰ সম্বন্ধীয়া ছোৱালী এজনী আহিছে। অকলশৰীয়া এজনী গাভৰু ছোৱালী কোৱাৰ্টাৰত থকাটো ভাল নেদেখি কাৰণে আপোনালোকৰ তালৈকে লৈ অহা হৈছে।

গোস্বামীয়ে কলে "বৰ ভাল কথা, আমাৰ ছোৱালীহঁতৰ লগত যেতিয়ালৈ থাকে থাকক। ছোৱালীহঁতে ভালেই পাব।"

গোস্বামীৰ লগত অৰুণে ভালেখিনি পৰ কথা-বতৰা হল। তাৰ পাচত মিনতিক গোস্বামীৰ আগলৈ মতাই আনি কলে "এই



জনীয়েই মোৰ সম্বন্ধীয়া ছোৱালী, কটন কলেজৰ ছাত্ৰী, বন্ধত ফুৰিবলৈ আহিছে, দুদিনমান ইয়াতে থাকিব।"

চতুৰ দাৰোগা অৰুণ বৰুৱাই যিদৰে মিনতিৰ পৰিচয় দিলে, তাতে মিনতিয়ে বুজি ললে যে তেওঁক সেই বুলিহে আত্মগোপন কৰি থাকিবলৈ শিকাই দিছে। অৰুণ বৰুৱাই গোস্বামী আৰু গোস্বামী পৰিয়ালৰ লগত এনেদৰে সাৱধানে কথা পাতিছিল যে মিনতি কলিকতালৈ যাওঁ বুলি পলাই অহাৰ কথা কাকো জানিবলৈ নিদিলে।

অৰুণ গোস্বামীৰ ঘৰৰপৰা আকৌ থানালৈ গল। থানাত চুৰি মোকৰ্দ্দমা তদন্তৰ এটি ডায়েৰী লিখিলে। ডায়েৰী লিখি থাকোঁতেই তেওঁলোকৰ পৰিণাম চিন্তা কৰি উদ্বিগ্ন হৈ উঠিল। সেইদিনা ৰাতি অৰুণৰ আৰু ভালকৈ টোপনি নাহিল।

( ১৪ )

অৰুণৰ সৈতে একেলগে ছাৰ্কাছ চোৱা দিন ধৰি মিনতিৰ মন বৰ বেয়া। সদায় এটা নহয় এটা কিবা-কিবি চিন্তা আছেই। ভাবনা-চিন্তাত মিনতিৰ প্ৰায় আগ-নিশা টোপনি নাহে—মাজ-নিশাৰ পৰাহে টোপনি আহিছিল। সেই দেখি আজি কেদিনমানৰপৰা মিনতিৰ শুই উঠাত সদায় পলম হয়। প্ৰায় ৭ মান বজাত হে টোপনিৰপৰা শুই উঠিছিল।

যিদিনা মিনতি ঘৰৰপৰা পলায়, সেইদিনাও মিনতিৰ শোৱা কোঠালিৰ দুৱাৰ বন্ধ হৈ আছিল। সকলোৱে ভাবিছিল মিনতি এতিয়াও শুৱে আছে। কিন্তু ৭॥ বাজি যোৱাৰ পাচতো মিনতিৰ একো সাৰ-সুৰেই নাই দেখি মাকে মিনতিৰ পালেঙৰ ওচৰলৈ গৈ

আঠুৰা দাঙি চায় যে মিনতি বিছনাত নাই। শুই উঠি কৰবালৈ গৈছে বুলি "মিনতি মিনতি" বুলি মাতি বঙলা খলক লগালে, কিন্তু কতো মিনতিৰ সহাৰি নাই। মিনতি কলৈ গল বুলি আটাইবিলাক লৰা-ছোৱালী আৰু চকীদাৰ-ছাপ্ৰাছী আদিক সুধি মিনতিৰ কোনো উৰাদিহ নেপালে। পাচত মিনতিয়ে মনৰ দুখত ঘৰৰ পৰা ওলাই গৈ কৰবাত আত্মঘাতী হল বুলি মাকে মিনতি থকা কোঠালীটোত সোমাই কান্দিবলৈ ধৰিলে। মাকৰ কান্দন শুনি মিনতিৰ দেউতাকে মিনতিৰ কোঠালীলৈ সোমাই গৈ দেখিলে যে মিনতিৰ ট্ৰাঙ্কটোৰ তলাটো খোলা আছে। ট্ৰাঙ্কৰ ওপৰত ৰখা সৰু চুটকেচটো নাই। ট্ৰাঙ্কটো মেলি চাই দেখে যে ট্ৰাঙ্কৰ ভিতৰত ভাল কাপোৰ এখনো নাই— কেখনমান পুৰণি মেখেলা আৰু চেলেং কাপোৰ হে আছে। পুলিচ চাহাবৰ সূক্ষ্ম দৃষ্টিত মিনতিয়ে যে আত্মহত্যা কৰা নাই, ধৰা পৰিল। দেউতাকে মিনতি মৰা নাই বুলি বুজাই কোৱাত মাক অলপ আশ্বস্ত হল। চাহাবে বুজাই কলে যে মিনতি পলাই গৈ কৰবাত লুকাই আছে। বেছি গোলমাল কৰিলে বদনাম হব বুলি ভয় কৰি প্ৰথমতে মিনতি অহা-যোৱা কৰা সকলোবে ঘৰত আলেঙে আলেঙে বিচাৰ কৰি চাই ক'তো একো শুংসূত্ৰ নেপালে।

মিনতি পলাই কলৈ গল, চাহাবৰ আৰু বুজিবৰ বাকী নেথাকিল। চাহাবে মিনতিৰ ওপৰত খং নকৰি অৰুণৰ ওপৰত হে খং কৰিছিল। বৈণীয়েকক কৈছিল যে তেওঁ অৰুণক ভালকৈ শিক্ষা দিহে এৰিব। চাকৰিৰপৰা তো বৰ্খাস্ত কৰিবই, পাৰিলে জেলত দিবলৈকো চেষ্টা কৰিব।

চাহাবৰ কথা শুনি ঘৰৰ গোটেই পৰিয়ালবিলাক মনে মনে থাকিল। কিন্তু চাহাবৰ বঙলাৰ ছাপ্ৰাছী-চকীদাৰ আৰু চাকৰ-চাকৰণীয়ে মিনতি পলাই যোৱাৰ কথাটো নজনাকৈ নেথাকিল। কথাটো গৈ বিনোদৰ কাণতো পৰিল। কথা বিষম দেখি বিনোদে



মিনতিক বিয়া কৰোৱাৰ আশা পৰিত্যাগ কৰিলে। বন্ধু-বান্ধৱৰ যোগে পুলিচ চাহাবক আৰু তেওঁৰ দেউতাককো জনাই দিলে।

মিনতি দুদিন গোস্বামীৰ ঘৰতে থাকিল। তৃতীয় দিনা সৰভোগ থানাৰ কোনো অফিচাৰকে খবৰ-বাতৰি নিদিয়াকৈ পুলিচ চাহাব তুৰন্তে সৰভোগ থানাত উপস্থিত হলগৈ। তেতিয়া প্ৰায় আঢ়ৈ বাজিছে। অৰুণ থানাতে বহি লেখা-পঢ়া কৰি আছিল। চাহাবক দেখি তেওঁ উচপ খাই উঠিল। চাহাবৰ এনে আকস্মিক উপস্থিতিত থানাৰ ভাৰপ্ৰাপ্ত কৰ্ম্মচাৰীজনেও মনতে কিছু প্ৰমাদ গণিছিল। চাহাব থানাতে অলপ বহি বৰ দাৰোগাৰ সৈতে চোৰ-চাৰিৰ বিষয়ে অলপ কথা-বতৰা পাতিলে। তেতিয়া অৰুণ চাহাবৰ পাচফালে এটা নিৰ্জীৱ পদাৰ্থৰ দৰে থিয় হৈ আছিল। পাচত চাহাবে গিৰিপকৈ উঠি পাচফালে দেখে যে অৰুণ থিয় হৈ আছে। অৰুণৰ লগত অলপ কথা আছে বুলি অৰুণক মাত লগাই থানাৰ পাচফালে ওলাই গল। চাহাবৰ এই আহ্বানত যেন অৰুণৰ প্ৰাণ-বায়ু বাহিৰ হৈহে গল! ঘামি-জামি অৰুণ চাহাবৰ পাচে পাচে বাহিৰলৈ ওলাই গল।

বাহিৰলৈ গৈ চাহাবে অৰুণৰ ফালে মুখ কৰি সুধিলে "তুমি মিনতিক কেলেই ফুচুলাই আনিছা আৰু আনি ক'ত পলুৱাই ৰাখিছা ?"

চোৰ ধৰা নপৰা পৰ্য্যন্ত ভয়, ধৰা পৰিলে আৰু ভয় নেথাকে। অৰুণে সেপ ঢুকি ঢুকি পাচত দৃঢ়তাৰে কলে "মই মিনতিক ফুচুলাই অনা নাই। মিনতিৰ ব্যক্তি স্বাধীনতাত আপুনি অন্যায় হস্তক্ষেপ কৰাৰ বাবে তেওঁ চিৰকুমাৰী হৈ থাকিবৰ কাৰণে কলিকতালৈ যাত্ৰা কৰিছিল। পূৰ্ব্বৰ নিৰ্ব্বন্ধ—হঠাৎ ৰেলগাড়ীত মিনতিক লগ-পাই বুজাই ৰৰাই আনি সসম্মানে ৰখা হৈছে।"

"মিনতিয়ে কলিকতালৈ যাত্ৰা কৰিছিল ?" চাহাবে আচৰিত হৈ সোধে।

অৰুণে উত্তৰ দিলে—হয়, কলিকতালৈ বুলি যাত্ৰা কৰিছিল।

চাহাবে সুধিলে—তুমি মোকো প্ৰতাৰণা কৰিব খুজিছা ? মিনতি যে কলিকতালৈ যাত্ৰা কৰিছিল, প্ৰমাণ আছে ?

অৰুণে কলে "হয়, প্ৰমাণ আছে" অৰুণে ভৱিষ্যতলৈ নেভাবি সেই টিকটটো জেপৰপৰা উলিয়াই চাহাবৰ হাতত দিলে।

চাহাব অলপ স্তম্ভিত হল। পাচত ফুটাই কলে, বাৰু মিনতিক যে সসন্মানে ৰাখিছোঁ বুলি কৈছা, কত ৰাখিছা ?

অৰুণে কলে "এই অঞ্চলৰ সম্ভ্ৰান্ত লোক শ্ৰীনাৰায়ণ গোস্বামীৰ ঘৰত—জীয়েকহঁতৰ লগত।"

চাহাবে সুধিলে—তুমি মাতিলে তাই ইয়ালৈ এতিয়াই আহিবনে ?

"মই বিবেচনা কৰোঁ মাতিলে মিনতি নহাকৈ নেথাকিব।" এই বুলি অৰুণে উত্তৰ দিলে। চাহাবে কলে "বাৰু তেনে তুমি গৈ তাইক এতিয়াই মাতি আনাগৈ। মই থানাতে অলপ বহিছোঁ।"

অৰুণ মিনতিক মাতি আনিবলৈ গল। চাহাবে থানাত বহি পৰিদৰ্শনৰ বহিত কিবা-কিবি কেই লাইনমান লিখিলে। লিখাৰ লগে লগে তেওঁ স্থিৰ কৰিলে মিনতি পলাই অহাৰ কাৰণে তাইক তিৰস্কাৰ কৰিলে ফল বিপৰীত হব। মৰম লগা কথা কৈ তাইক কোনো মতে হাত নকৰিলে উপায় নাই। কথাতেই কয় বোলে ফটা চকুক তল-হাতকৈ বাৰ লাগে।

পোন্ধৰ মিনিটমানৰ পাচতে অৰুণ আহি থানাত উপস্থিত হল। চাহাবে মিনতি ক'ত বুলি সোধাত "মোৰ কোৱাৰ্টাৰতে বহুৱাই থৈ আহিছোঁ বুলি কলে। চাহাব আকৌ বাহিৰলৈ ওলাই আহিল। অৰুণে মিনতিক আনি চাহাবৰ সমুখ কৰি দিলে।

চাহাবে মিনতিক একোকে নকলে—মাত্ৰ মিঠা মুখেৰে কলে—"তই যে কলিকতালৈ-যাত্ৰা কৰিলি কিহৰ দুখত, সিফালে মাৰাই কান্দি-কাটি ভাত-পানী এৰিছে। ভাগ্যে অৰুণে লগ পালে গুণেহে তোক বিচাৰি পালোঁ। বল ঘৰলৈ।"



মিনতিয়ে মাকৰ কথা ভাবি দেউতাকৰ কথাৰ উত্তৰ নিদি চাহাবৰ পিচ ললে।"

অৰুণে মিনতিক ফুচুলাই অনা বুলি খাটাংভাৱে বিশ্বাস কৰিছিল। কিন্তু অৰুণৰ বিপক্ষে তপতে তপতে কিবা ব্যৱস্থা হাতত ললে কথাটো বেয়া ভাৱে ৰাষ্ট্ৰ হব। তেওঁ ভাবি-চিন্তি অৰুণক ৰিজাৰ্ভলৈ বদলিৰ হুকুম দিলে আৰু তিন দিনৰ ভিতৰত ৰিজাৰ্ভত গৈ হাজিৰ হবলৈ কলে।

আবেলি পাঁচ বজাত ভাটীফালৰপৰা এখন গাড়ী আহি সৰভোগ ষ্টেশ্যন পায়। চাহাবে টিকট লৈ জীয়েকৰ সৈতে সেই গাড়ীখনতে গুৱাহাটীলৈ আহিলে। সৰভোগ থানাৰপৰা চাহাব ওলাই অহাৰ পাচতে থানাৰ ষ্টাফে মিনতি আৰু অৰুণৰ বিষয়ে পৰস্পৰ কোৱাকুই কৰিলে যে মিনতি চাহাবৰ ছোৱালী হয়, কিন্তু অৰুণ বা চাহাবৰ কি হয়, সেই কথাটো অৰুণক সুধিবলৈ আগ নেবাঢ়ি অৰুণ চাহাবৰ কোনো আপোন মানুহ বুলি ধৰি ললে।

পুলিচ চাহাবৰ হুকুম মতে অৰুণ আহি ৰিজাৰ্ভ পালেহি। অৰুণ আহি পোৱাৰ পাচদিনা চাহাব ৰিজাৰ্ভলৈ গৈ অৰুণক চাছপেন কৰি আন হুকুম নিদিয়ালৈকে ৰিজাৰ্ভতে থাকিবলৈ কলে। মিনতিৰ লগ লোৱা বাবে আৰু মিনতি সৰভোগলৈ ফুচুলাই নিয়াৰ কাৰণে যি তত্ত্বাবধান লব লাগে পাচত ভাবি-গুণি চাই লোৱা হব বুলি কলে।

( ১৫ )

অৰুণে পুলিচ চাহাবৰ জীয়ৰী মিনতিক ফুচুলাই লৈ যোৱাত

তেওঁ চাচপেন হোৱা কথাটো গোটেই চহৰখনত বিয়পি পৰিল। উৰহী গছৰ ওৰ লৈ ফুৰা সংবাদদাতাসকলে এই বাতৰিটো বাতৰি কাকতত ডাঙৰ ডাঙৰ আখৰেৰে ছপাই প্ৰকাশ কৰিলে। সিপিনে অৰুণৰ দেউতাকে দুদিনমান আগৰেপৰা অৰুণক কোনোবাই অপমান কৰা বুলি সপোনত দেখি বৰকৈ মনোকষ্ট অনুভৱ কৰি আছিল। সেই দিনা পুৱাতে বাতৰি কাকতত পঢ়ি পালে যে সৰভোগ "দাৰোগা অৰুণ বৰুৱাক ছোৱালী ফুচুলাই নিয়া অভিযোগত পুলিচ চাহাবে তেওঁক চাচপেন কৰিছে।" এই বাতৰি পঢ়ি অৰুণৰ দেউতাকৰ মন উদ্বিগ্ন হৈ উঠিল। এইজন নো আকৌ কোন অৰুণ বৰুৱা। এইজনে বোধহয় তেওঁৰ লৰা অৰুণ বৰুৱা। তেওঁ বেয়া পাই বুলি সি দাৰোগাৰ কামত সোমাই মিছাকৈয়ে সৰভোগ হাইস্কুলৰ এচিষ্টেণ্ট হেড মাষ্টৰৰ কাম কৰিছে বুলি লিখিছে। শেষত অৰুণৰ দেউতাকে বহু ভবা-চিন্তা কৰি স্থিৰ কৰিলে যে এইজনেই তেওঁৰ লৰা অৰুণ বৰুৱা। কথাটো শুনি অৰুণৰ মাকে কন্দা-কটা লগাই দিলে।

অৰুণৰ দেউতাক শ্ৰীদুৰ্গাপ্ৰসাদ বৰুৱাৰ শাৰীৰিক অৱস্থা বৰ ভাল নহয়, তথাপি পুতেকৰ বিষয়ে সবিশেষ জানিবৰ বাবে ৰেলত উঠি গুৱাহাটীলৈ যাত্ৰা কৰিলে। পাচদিনা ৰাতিপুৱাই বৰুৱা আহি গুৱাহাটী পালে। তেখেতে পুলিচ চাহাব সুৰেন চলিহাক বহুদিনৰ আগৰপৰা চিনি পায়। অৰুণৰ সবিশেষ বিবৰণ জানিবলৈ তেওঁ আৰু কাৰো তালৈ নগৈ পোনে পোনে চলিহাৰ বঙলালৈকে এখন ৰিক্সাত উঠি আহিল। তেতিয়া সাতমান বাজি গৈছে। চলিহাই হাকিমক দেখিয়েই চিনি পালে। বৰ আদৰ-সাদৰ কৰি দুৱাৰমুখৰ পৰা আগবঢ়াই নি বঙলাত বহুৱালে। হাকিমক তেখেতৰ তালৈ অহাৰ কাৰণ সোধাত হাকিমে কলে "মোৰ লৰা অৰুণ বৰুৱাক বোলে আপুনি বিশেষ কাৰণত চাচপেন কৰি থৈছে। মই ভাবিছোঁ



এই অপৰাধৰ বাবে আপুনি তাৰ ওপৰত গুৰুতৰ অভিযোগো আনিব। সিয়েই হৈছে মোৰ প্ৰথম পুত্ৰ। সি যদি কিবা দোষ কৰিছে তেন্তে সেই দোষ ক্ষমা কৰি তাক মোক সমজাই দিব লাগে। আশা কৰোঁ মোৰ অনুৰোধ ৰক্ষা কৰিব।"

হাকিমৰ কথা শুনি পুলিচ চাহাব অবাক। চাহাবে আচৰিত হৈ কলে "আপুনি কি কৈছে মই বুজিব পৰা নাই। অৰুণ বৰুৱা তো আপোনাৰ লৰা নহয়? সি ৰহাৰ কোনোবা এজন শিক্ষকৰ হে লৰা!! আপোনাৰ লৰা হোৱা হলে তো কোনো কথাই নাছিল।"

পুলিচ চাহাবে অৰুণ বৰুৱা ৰহাৰ কোনোবা এজন শিক্ষকৰ লৰা বুলি কোৱাত হাকিমে বিশ্বাস কৰিব নোৱাৰিলে। হাকিমে একো উপায় নেপাই সেইজন অৰুণ বৰুৱাক মাতি আনি দেখুৱাবলৈ টানি অনুৰোধ কৰিলে।

বিজাৰ্ভলৈ টেলিফোন কৰি অৰুণক চাহাবৰ বঙলালৈ মাতি পঠিয়ালে। বিজাৰ্ভৰ দাৰোগাই অৰুণক তৎক্ষণাত চাহাবৰ বঙলালৈ যাবলৈ দিলে। এইদৰে অকস্মাৎ মাতি পঠোৱাৰ কাৰণ অৰুণে একো বুজিব নোৱাৰি তেওঁ বাটে বাটে ভাবি গল—কিজানি তেওঁক কিবা এটা নতুন শাস্তিৰ হুকুম শুনাবলৈহে চাহাবে মাতি পঠিয়াইছে।

অৰুণ গৈ চাহাবৰ বঙলাত উপস্থিত হল। পুলিচ চাহাব তেওঁৰ অফিচ ৰুমতে বাটৰ ফালৰ খিড়িকীখনৰ ফালে মুখ কৰি বহি আছিল। হাকিম চাহাবৰ সোঁহাতে এখন চকীত। অৰুণে চাহাবৰ ৰুমত সোমায়েই চাহাবক চেলাম দিলে। তাৰ পাচত মুখ ঘূৰাই দেখিলে যে কাষতে চকীত বহি দেউতাক। অৰুণ আৰু স্থিৰে থাকিব নোৱাৰিলে, দেউতাকৰ ভৰিত ধৰি হুক হুক কৰি কান্দিবলৈ ধৰিলে। দেউতাকেও চকুপানী মচি কলে "নেকান্দিবি বাছা! তোৰ মাৰ কান্দি-কাটি অস্থিৰ হৈ পৰিছে। তই মোৰ সৈতে বল, এবাৰ মাৰক দেখা কৰি আহিবি।"

পুলিচ চাহাবে চকুৰ আগত এই দৃশ্য দেখি বিস্ময় মানিলে। খন্তেকৰ পাচতে পুলিচ চাহাবৰ হিয়া আনন্দই ভৰি পৰিল। মনতে হাঁহি মাৰি কলে—"দুষ্ট লৰা, দেউতাকক ফাকি দি আহি মোৰ আগতো মিছা কথা কৈ দাৰোগাৰ কামত সোমাইছে।" চাহাব আৰু বহি নেথাকিল—গিৰিপকৈ উঠি ভিতৰলৈ সোমাই গৈ হাঁহি হাঁহি ঘৈণী-য়েকক কলে—"শুনিছানে আমাৰ দাৰোগা অৰুণ বৰুৱা বহাৰ শিক্ষকৰ লৰা নহয়, তেওঁ আমাৰ চিৰ পৰিচিত অবসৰপ্ৰাপ্ত হাকিম ডিব্ৰুগড়ৰ শ্ৰীদুৰ্গাপ্ৰসাদ বৰুৱা ডাঙৰীয়াৰ লৰা। কণাৰ দলি কেতিয়াবা ভালতো লাগে তো? আমাৰ মিনতিৰ ভাগ্যখনকেই ভাল বুলিছোঁ। কি বোলা?"

ঘৈণীয়েকে আনন্দত উৎফুল্ল হৈ কলে—"বুলিবলৈ আৰু কি আছে, দূৰৈৰ গঙ্গা হাততে মিলিছে; তেখেত থাকোঁতেই সকলো ঠিক-থাক কৰক।"

চাহাবে কলে—"মই কওঁ এটা, তুমি কোৱা বোলে কলথোক বাদুলীয়ে খালে। আগেয়ে আমাৰ অৰুণ বোপাৰ বোহটো ভাঙাচোন, পাচতো সিবিলাক হব।"

ঘৈণীয়েকৰ আৰু বুজিবলৈ বাকী নেথাকিল। অৰুণক ভিতৰলৈ মতাই নি ভালকৈ চাহ-জলপান খুৱাই দিনৰ সাজ তাতে খাবলৈ কলে।

সেইদিনা দুপৰীয়া সাজ দেউতাক শ্ৰীদুৰ্গাপ্ৰসাদ বৰুৱা আৰু অৰুণৰ কাৰণে চাহাবৰ বঙলাতে দিহা হল। মিনতিৰ মাকৰ অনুৰোধ অনুসাৰে অৰুণে বাৰমান বজাত চাহাবৰ বঙলালৈ লাজকুৰীয়া ভাৱে আহি খোৱা-বোৱা কৰি গল। আনদিনা হলে তেওঁ মিনতিক চাবৰ কাৰণে কিবা নহয় কিবা এটা চেষ্টা কৰিছিল, সেইদিনা কিন্তু তেওঁৰ মিনতিৰ লগত দেখা হলে বৰ লাজ লাগিব বুলি চুচুক-চামাক কৰিহে আছিল। মিনতিয়েও অৰুণ যোৱাৰ সঁহাৰি পাই লাজ কৰি কৰবাত লুকাই থাকিল গৈ।



মিনতিয়ে অৰুণৰ আগত ওলাবলৈ লাজ কৰিছিল যদিও দেউতাকৰ আগত ওলাবলৈ অলপো সঙ্কোচ নকৰিছিল। মিনতিয়ে বৰুৱা ডাঙৰীয়াৰ সকলো প্ৰকাৰে আলপৈচান ধৰি শুশ্ৰূষা কৰিছিল। হাকিমে মিনতিক সৰু কালতে দেখিছিল, কিন্তু তাই ডাঙৰ হৈ যে এনে ধুনীয়াজনী হৈ পৰিছে, হাকিমে মনত ধাৰণা কৰাই নাছিল। তদুপৰি মিনতিৰ কাম-কাজৰ পৰিপাটিতা দেখি মনতে ভাবিছিল মিনতি বোৱাৰী হৈ তেওঁৰ ঘৰত গৃহলক্ষ্মী হিচাপে বিৰাজ কৰিলে বৰ সন্তোষৰ কথাই হব।

দুপৰীয়া ভোজন কৰি অতাই পুলিচ চাহাব আৰু হাকিম উভয়ে বিলাস-কক্ষত (ড্ৰইং ৰুমত) বহি বিশ্ৰাম লৈ নানা প্ৰকাৰ কথা-বতৰা হবলৈ ধৰিলে। কিছু সময় দেশৰ ৰাজনৈতিক পৰিস্থিতি, সমাজৰ দুৰ্নীতি আদিৰ বিষয় কিছু আলোচনা আৰু কথা-বতৰা হোৱাৰ পাচত পুলিচ চাহাবে কলে "বৰুৱা ডাঙৰীয়া, আপোনাক এটা কথা কব খুজিছোঁ, আপুনি সেই বিষয় ধীৰভাৱে বিবেচনা কৰি চায় যেন। কথাটো হৈছে অৰুণ-মিনতিৰ বিষয়ক কথা। আপুনি তো দেখিলেই সিহঁতৰ পৰস্পৰৰ আকৰ্ষণৰ ফলতেই যি ঘটনা ঘটিল, তাৰ কাৰণেই আপুনি গুৱাহাটীত উপস্থিত। অৰুণক আপোনাৰ লৰা বুলি জনা হলে তো ইমানখিনি হবলৈ নেপায়। এতিয়া সকলো কথা ভলকৈ বুজা-বুজি হল যেতিয়া শুভ কাম শীঘ্ৰে কৰাই ভাল। বিয়াখন সোনকালেই হৈ যোৱা উচিত।"

পুলিচ চাহাবৰ কথা শুনি হাকিমৰ মুখখন আনন্দত প্ৰফুল্ল হৈ উঠিল। তেখেতে হাঁহি মুখেৰে কলে—"মিনতিৰ নিচিনা এজনী ছোৱালীক বোৱাৰী পোৱাটো বৰ ভাগ্যৰ কথাই মিঃ চলিহা! আপোনাৰ কথাত মোৰ কোনো অমত নাই, কিন্তু মাকক এবাৰ সুধি নেচালে নহব। অৰুণৰ বিয়াৰ নিমিত্তে মাক আগৰ পৰাই বলিয়া হৈ আছে—অৰুণ-মিনতিৰ বিয়াৰ কথা শুনিলে যে আনন্দত

আঠখন নহব, তাৰ কোনো মানে নাই। আপুনি মোক ঘৰলৈ যাবলৈ দিয়ক, তাৰপৰাই সকলো সম্বাদ পাব।"

পুলিচ চাহাবে কলে "বৰুৱা ডাঙৰীয়া, আপোনাৰ আগত কবলৈ লাজ লাগে—দাৰোগা অৰুণ মাষ্টৰৰ লৰা বুলি জানি মোৰ ছোৱালী মিনতিক বলেৰে হলেও বিনোদ নামৰ এজন লৰালৈ বিয়া দিয়াৰ বন্দবস্ত কৰা হৈছিল। অহাকালি বুধবাৰে জোৰণৰ দিন আছিল। পিছত ছোৱালীজনীয়ে বিৰুদ্ধাচৰণ কৰি পলাই কলিকতালৈ গুচি গল। প্ৰজাপতিৰ নিৰ্ব্বন্ধ, অৰুণৰ হাত সাৰে কেনেকৈ? দৈবাৎ সৰভোগ ষ্টেশ্যনত অৰুণে লগ পাই মাতি নি গোসাঁইৰ ঘৰত ৰখাত হে মিনতিক আকৌ ঘূৰি পোৱা হৈছে।" এই বুলি চাহাবে মিনতি আৰু অৰুণৰ সকলো কাহিনী ভাঙি-পাতি কলে।

চাহাবৰ কথা শুনি হাকিমে কলে "বৰ ভাল কথা, যিমান সোনকালে পৰা যায় সিমান সোনকালে বিয়াখন পতাত মোৰ কোনো আপত্তি নাই। কিন্তু মই ঘৰলৈ গৈ মাকৰ লগত পৰামৰ্শ হোৱাটো উচিত বুলি মই ভাবোঁ।"

চাহাবে কলে "বৰ ভাল কথা, সুধি-পুচি চাওক। কিন্তু তেখেতে ইয়াত অসন্মতি নিদিব যেতিয়া আমি এটা দিন-বাৰ চাই বিয়াৰ আয়োজন কৰাটো বেয়া নহব। ডিব্ৰুগড়ৰপৰা বিয়া কৰাব নেলাগে, ইয়াতে থাকি বিয়া কৰোৱাৰ সকলো আয়োজন কৰি দিয়া হব। কেৱল আপুনি জ্ঞাতি কুটুমসহ সপৰিবাৰে ইয়ালৈ আহিলেই হল। গুৱাহাটীত একোৰে অভাৱ নাই। মই সকলো যোগাৰ কৰি দিম। বোকাচাউল, দৈ গাখীৰ আদিও যথেষ্ট পৰিমাণে পোৱা যাব; সেই নিমিত্তেও কোনো চিন্তা কৰিব নেলাগে। পৰহি বৃহস্পতিবাৰ। তাৰ পাচৰ বৃহস্পতিবাৰৰ দিনা এটা বিয়াৰ ভাল দিন আছে। সেই দিনাই বিয়াখন পাতিবলৈ কওঁ। আপুনি কি কয়?"



হাকিমে কলে "বাৰু আজিয়েই মই ঘৰলৈ গৈ কাইলৈ টেলিগ্ৰাম যোগে বিয়াৰ সন্মতি জনাম। আপুনি তেতিয়া যি কৰে কৰিব। অৱশ্যে আপুনি আপোনাৰ নিৰ্দ্দিষ্ট দিনাই বিয়া পাতিব পাৰে। অলঙ্কাৰ পাতি যিখিনি লাগে অৰুণৰ মাকে সেইখিনি আগেয়েই কৰি থৈছে। এসপ্তাহৰ ভিতৰত বিয়া পতাটো অৱশ্যে অলপ কঠিনেই—পিছে বিয়া নামিলে তাত বাধা দিয়াৰ কাৰ সাধ্য!"

হাকিমৰ কথা শুনি চাহাবে হো-হোকৈ হাঁহি উঠিল। কলে "তাকে তো, অৰুণ-মিনতিৰ ঘটনাবিলাকলৈ নেচায় কিয়? বাৰু আপুনি ডিব্ৰুগড়ৰপৰা গৈ খবৰ দিব, কিন্তু মই আজিয়েই নিমন্ত্ৰণী চিঠি পঠিওৱাৰ দিহা কৰিম।"

মিনতিৰ মাকেও মাজে মাজে তেওঁলোকৰ ওচৰলৈ গৈ চাহাবক দুটা-এটা পৰামৰ্শ দি আছিল। নানা কথা-বতৰাৰ মাজত পুলিচ চাহাবৰ ইচ্ছা অনুসাৰেই বিয়াৰ দিন থিৰ হল। জোঁৰ পুৰি হাত হাত পোৱাৰ দৰে বিয়ালৈ আৰু বেছি দিন নাই। আজি আবেলি ৩ বজাৰ গাড়ীত অৰুণৰ দেউতাক ডিব্ৰুগড়লৈ যাবই লাগিব। কথা-বতৰা পাতি থাকোঁতেই এতিয়া দুই বাজিলেই। ডিব্ৰুগড়লৈ যোৱা ৰেল ধৰিবলৈ মাত্ৰ আৰু এঘণ্টা বাকী। আধা ঘণ্টাৰ পাচতে পুলিচ চাহাবে তেওঁৰ গাড়ীত লৈ গৈ অৰুণৰ দেউতাকক ৰেলত তুলি দি অহাৰ ঠিক হল। ইটোৰ পাচত সিটোকৈ বিয়াৰ সকলো কথা-বতৰা ঠিক-ঠাক কৰি বৰুৱা ডাঙৰীয়াক চাহ-জলপান খুৱাই পঠিয়াবৰ কাৰণে দিহা চলিল।

আজি পুলিচ চাহাব আগৰ দৰে আগবেলাৰ ভিতৰত ৰিজাৰ্ভলৈ বা অফিচলৈ নগল। হাকিমৰ সৈতে কথা-বতৰা পাতিয়েই বেলাটো কটালে। ভাটীবেলা আঢ়ৈ বজাত শ্ৰীদুৰ্গাপ্ৰসাদ বৰুৱা ডাঙৰীয়াক নিজৰ মটৰত তুলি ষ্টেশ্যনলৈ লৈ গৈ ৩ বজাৰ ৰেলগাড়ীত তুলি দি বাহিৰে বাহিৰে ৰিজাৰ্ভলৈ গল।

বিজার্ভলৈ গৈ পোনে পোনেই তেওঁ অৰুণক চাচপেনচনৰ পৰা মুক্তি দি বিজার্ভতে কাম কৰি থাকিবলৈ হুকুম দিলে। তাৰ পাচত এডিশ্যনেল এছ-পি, ডি-এছ-পি থানা আৰু বিজার্ভৰ কৰ্ম্মচাৰী-সকলক তেওঁৰ ৰুমলৈ মতাই আনিলে। আজি চাহাবৰ মনত বৰ আনন্দৰ ভাব। তেখেতে হাঁহি মুখেৰে সকলোকে জনালে যে তেওঁ আগত বৃহস্পতিবাৰে মিনতিৰ বিয়া পাতিছে। এই বিয়াত তেওঁক সকলোৱে কামে-কাজে সহায় কৰিব লাগে।

পুলিচ চাহাবৰ এই অনুৰোধ শুনি সকলোবিলাকে অতি সন্তোষ পালে! কাৰণ পুলিচ চাহাবৰ জীয়েকৰ বিয়াত তেওঁলোকে সহায় কৰাটো এক ৰকম ভাগ্যই বুলিব লাগে। সি যি হওক মিনতিৰ বিয়াত সকলোৱে ভাগে ভাগে কাম কৰি সহায় কৰিব বুলি সন্মতি দিলে। আলোচনা কৰিবলৈ আৰু সময় নাই—যাক যত যি ভাৰ দিব লাগে তাক তেতিয়াই দিয়া হল। নিমন্ত্ৰণী চিঠি ছপাই বিলি কৰা, গাখীৰ মিঠৈ আদি খাদ্য সম্ভাৰ যোগাৰ কৰা, ৰভা, লাইট আদিৰ দিহা কৰা আদি ভাৰ ভাগে ভাগে দিয়া হল। মুঠৰ ওপৰত এই বিয়াখনৰ সম্পূৰ্ণ ভাৰ পুলিচ বিভাগটোৱেই গা-পাতি ললে।

অফিচাৰসকলে আনন্দ মনেৰে বিয়াৰ সকলো কামৰ ভাৰ ললে হয়, কিন্তু দৰাটোনো কোন তাক তেতিয়াও জনা নাই। এডিশ্যনেল এছ-পি জন বৰ সৰবৰহী লোক—তেখেতে হাঁহি মাৰি কলে—"কথাতে কয় বোলে আহক নাহক বৰ, সেওতা ফালি মৰ। আমি সকলোৱে বিয়া বিয়া কৰিছোঁ হয়, বিয়াৰ বৰজন কোন তাক হলে এতিয়াও নেজানিলোঁ। বৰটোনো নো বাৰু কোন?"

এডিশ্যনেল এছ-পিৰ কথা শুনি চাহাবে হাঁহি মাৰি উত্তৰ দিলে "বৰজন তোমালোকৰ লগৰেই এজন; সেইজন হৈছে আমাৰ দাৰোগা অৰুণ বৰুৱা।"

এই বিয়াখনৰ দৰা অৰুণ বৰুৱা বুলি শুনি আটাই কেইজন



অফিচাৰেই বৰ সন্তোষ পালে। তেওঁলোকে গাই গাই মন্তব্য কৰিবলৈ ধৰিলে· "ভাল হৈছে ছাৰ! এতিয়াহে দৰা-কন্যা মিলিছে। মিনতি আইদেউ যেনে আমাৰ অৰুণ বৰুৱাও তেনে। তেওঁলোকৰ মিলন হৰ-গৌৰীৰ নিচিনা হব।"

এই বিয়াত সকলোৱে সমৰ্থন পাই চাহাবৰ অপাৰ আনন্দই নধৰা হল। চাহাবৰ একান্ত অনুৰোধত গোটেই কেইজন অফিচাৰে আৰু বন্ধু-বান্ধৱে মনপুতি তেওঁলোক নিজৰ নিজৰ কামত লাগি গল।

পাচদিনা ডিব্ৰুগড়ৰপৰা চাহাবে এখন টেলিগ্ৰাম পালে। টেলিগ্ৰাম পাই চাহাবে দৰাঘৰীয়াৰ কাৰণে এটা বৰ ডাঙৰ আহল-বহল ঘৰ বন্দবস্ত কৰি ৰাখিলে। পুলিচ কৰ্ম্মচাৰীসকলৰ যত্নত তিনি-চাৰি দিনৰ ভিতৰতে বিয়াৰ সকলো যোগাৰ পূৰ্ণ পয়োভৰেৰে হৈ উঠিল।

জোৰণৰ আগদিনা দৰাৰ মাক, ভায়েক, ভনীয়েক আৰু বন্ধু-বান্ধৱ আদিৰ সৈতে ৬০।৭০ জনমান মানুহ লগত লৈ শ্ৰীদুৰ্গাপ্ৰসাদ বৰুৱা ডিব্ৰুগড়ৰপৰা আহি পালে। পুলিচ চাহাবে আগেয়ে ঠিক কৰি থোৱা ঘৰ এটাত তেওঁলোকক থাকিবলৈ দিয়া হল। অৰুণে আহি মাকক সেৱা জনালত মাকে হেৰোৱা ৰত্ন ঘূৰাই পোৱাদি পালে।

অৰুণৰ বন্ধু তৰুণো বিয়ালৈ আহি দৰা সাজি যাওঁতে মূৰত ছত্ৰ ধৰি যাবলৈ সেই তাহানি ধুমুহা দিনাৰ ছাতিটো বিচৰাত অৰুণে আৰু কি উত্তৰ দিব, হাঁহি মাৰি তৰুণক এটা চিকোট মাৰি দিলে।

মঙ্গলবাৰৰ দিনা আবেলি দৰাঘৰীয়াৰ কেই গৰাকীমাণ মহিলাই কন্যাৰ ঘৰলৈ গৈ জোৰণ দিলে। অৰুণ হাকিমৰ প্ৰথম সন্তান। জোৰণত যি অলঙ্কাৰ আৰু কাপোৰ কানি দিলে তাক আৰু নকলেও

হব। মুঠৰ ওপৰত দৰাঘৰীয়াই জোৰণত দিয়া অলঙ্কাৰ আৰু কাপোৰ কানি দেখি বহুতৰে চকু ঠৰ হৈছিল।

বৃহস্পতিবাৰে বিয়া। লগ্নৰ সময় ৰাতি ১০ বজাৰ পৰা ১২ বজাৰ ভিতৰত। পুলিচ চাহাবৰ বঙলাৰ সন্মুখত পতা বিৰাট ৰভাৰ তলত নিমন্ত্ৰিত লোকসকলক বহিবলৈ দিয়া হৈছিল। জল-যোগ আদি অভ্যৰ্থনাৰ ঠাই সুকীয়াকৈ ৰখা হৈছিল। বিবাহৰ নিমন্ত্ৰিতসকলক যথাযোগ্য মতে অভ্যৰ্থনা কৰিবলৈ এজন উচচ পুলিচ কৰ্ম্মচাৰীক ভাৰ দিয়া হৈছিল। তেখেতৰ সুদক্ষ পৰিচালনাত প্ৰায় দুহেজাৰমান নিমন্ত্ৰিত ভদ্ৰলোক, মহিলা আৰু লৰা-ছোৱালীয়ে বিয়াৰ জলপান খাই সন্তোষ পাইছিল। বিয়াত অসমীয়া ধৰণৰ বোকা-চাউল দৈ গাখীৰ আদিৰ বিপুল আয়োজনৰ বাহিৰেও লুচি, দালি, লাৱৰা আৰু তিনি-চাৰি বিধমান মিঠৈৰ ব্যৱস্থা কৰা হৈছিল।

তৰুণৰ ভনীয়েক নমিতা, সৰভোগৰ গোস্বামীৰ ছোৱালী দুজনীও এই বিয়ালৈ আহি তেওঁলোকে মহিলাসকলক অভ্যৰ্থনা কৰাৰ ভাৰ লৈছিল। তেওঁলোকৰ অভ্যৰ্থনাত কোনো মহিলাই অসন্তোষ মনে যাব লগা হোৱা নাছিল।

নমিতা আৰু গোস্বামীৰ ছোৱালীহঁতে নিমন্ত্ৰণ পাই কালিয়েই গুৱাহাটীলৈ আহিছে। নমিতা আহো-নাহোঁকৈহে বিয়ালৈ আহিছিল। নমিতাই মনত যি আশাপালি আছিল, মিনতিয়ে সেই আশা মষিমুৰ কৰি পেলোৱাত মিনতি বিয়ালৈ নহাৰ কথাই। কিন্তু ককাইদেৱেকৰ কথা মতে বিয়ালৈ আহি দেখিলে যে মিনতিৰ নিচিনা ধুনীয়া ছোৱালী এজনী থকাতো তাইক অৰুণে বিয়া কৰাবলৈ সন্মত হোৱাটো সম্ভৱপৰ নহয়। নমিতাই মনৰ ভ্ৰান্তি দূৰ কৰি অৰুণক ককাইদেৱেকৰ নিচিনাই জ্ঞান কৰি বিয়াৰ যাবতীয় কাম-কাজ মনযোগেৰে কৰিছিল।



ৰাতি ৯ বাজিল। লগ্নৰ সময় ১০ বজাৰ পৰা ১২ বজালৈ। অৰুণক দৰা সজাই বৰযাত্ৰীয়ে বিয়ালৈ যাত্ৰা কৰিলে। তৰুণ দৰাঘৰীয়া হৈ গৈছিল। দৰাৰ লগত এটা বেণ্ডপাৰ্টিৰ বাহিৰে আন বাদ্য-বাজনা একো যোৱা নাছিল। ৯৷৷ বজাত দৰা বিবাহ মণ্ডপত উপস্থিত হল। ১০৷৷ বজাত কন্যা উলিয়াই আনিলে বিয়া ৰাতি ১ বজাত শেষ হৈ গল। ইতিমধ্যে কন্যাঘৰীয়াই দৰাঘৰীয়া সকলোকে জা-জলপান খুৱাই আপ্যায়িত কৰিছিল।

যৌতুকত পোৱা অসংখ্য বস্তু বেহানিবিলাক চাহাবৰ বঙলাতে মিনতিৰ কোঠালিত থৈ দৰা-কন্যা দৰা থকা ঘৰলৈ আহিল। দৰা ঘৰত কৰিবলগীয়া সকলোবিলাক লৌকিক কাৰ্য্য শেষ কৰি ৰাতিপুৱা ৯ মান বজাত কন্যাক আকৌ মাকৰ ঘৰলৈ লৈ অহা হল।

সেইদিনা গধূলি দৰাঘৰীয়া আৰু আত্মীয়-স্বজনৰ কাৰণে পুলিচ চাহাবে এটা প্ৰীতিভোজৰ আয়োজন কৰিলে। সেই ভোজলৈ অৰুণৰ লগতে তৰুণো নিমন্ত্ৰিত হৈছিল।

আজি আৰু মিনতিয়ে অৰুণৰ সৈতে কথা-বতৰা পাতিবলৈ লাজ কৰা নাই। অৰুণে চাহাবৰ বঙলাত ভৰি দিয়া মাত্ৰকেই মিনতিয়ে অৰুণক আগবঢ়াই লৈ গল। অৰুণে তৰুণকো লগতে লৈ গল। অৰুণে মিনতিক তৰুণৰ সৈতে চিনাকি কৰি দি কলে যে "যি 'ছাতিটি'ৰ মাহাত্ম্যত আজি তোমাৰে মোৰে মিলন ঘটিছে, সেই ছাতিটি তোমাক দিবৰ দিনা যিজন ডেকা মোৰ লগত দেখিছিলা, সেইজনেই হৈছে মোৰ সহপাঠী বন্ধু এইজন শ্ৰীতৰুণ বৰা। এওঁ মোৰেই বিপদৰ বন্ধু নহয়, তোমাৰো বিপদৰ বন্ধু। বিপদত ছাতিটো দিওঁতে এওঁ যিদৰে আমাৰ কাষতে আছিল, সেইদৰে যেন বিপদে-সম্পদে আমি এওঁক সদায় কাষতে পাই থাকোঁ, তাকেই কামনা কৰিবা।"

মিনতিয়ে তৰুণৰ পৰিচয় পাই শ্ৰদ্ধাৰে হিয়া উপচি পৰিল। তাই তৰুণক শ্ৰদ্ধাৰে এটি নমস্কাৰ জনালে। তৰুণেও প্ৰতি-নমস্কাৰ দি তেওঁলোকৰ জীৱন সুখময় আৰু মধুময় হওক বুলি শুভ ইচ্ছা জ্ঞাপন কৰিলে।

সমাপ্ত